প্ৰকাশক
ডাঃ প্ৰবীৰ কুমাৰ বৰদলৈ

বেটুপাত
চন্দন দাস

মুদ্ৰণ ঃ ভবানী অফছেট্ এণ্ড ইমেইজিং ছিষ্টেমছ্ প্ৰাঃ লিঃ
বাজগড় ৰোড, গুৱাহাটী- ৭৮১০০৭

সংস্কৰণ ঃ চতুৰ্থ, পহিলা ডিচেম্বৰ, ২০১০

মূল্য ঃ ১০০.০০ টকা মাত্ৰ

ডি টি পি ঃ অমৰেন্দ্ৰ শৰ্মা

# নিবেদন

ভালেদিনৰ পৰা অ'ত ত'ত লিখি থোৱা কবিতা কেইটিমান গোটাই 'সপোনৰ সুৰ' নাম দি এই পুথিখনি ৰাইজৰ আগত দাঙি ধৰিবলৈ সাহ কৰিলোঁ। 'সপোনৰ সুৰ'ত দুটি ভাগ কৰা হৈছে। এটি কবিতা, আনটি গীতিকা। গীতিকা ভাগৰ কবিতা কেইটি চুটি আৰু সুৰ সংযোজনা কৰিবৰ উপযোগী কৰি লিখা হৈছে। পৰম শ্ৰদ্ধেয় অধ্যাপক শ্ৰীযুক্ত কৃষ্ণকান্ত সন্দিকৈ এম. এ. (অক্সফোৰ্ড, লণ্ডন) ডাঙৰীয়াই আজি প্ৰায় পাঁচ বছৰৰ আগতে চাই পাতনি এখনি লিখি দিছিল। তাৰ পিছত আৰু ভালেখিনি নতুনকৈ লিখা কবিতা দিয়া হ'ল। গীতিকা ভাগো সংযোগ কৰা হ'ল। তেখেতৰ বহুমূলীয়া সময় খটাই পাতনিখনি লিখি দিয়াত তেখেতলৈ মোৰ আন্তৰিক শ্ৰদ্ধাৰ শৰাই আগবঢ়ালোঁ। মোৰ পুত্ৰোপম সুকবি শ্ৰীমান যতিনাৰায়ণ শৰ্মাৰ আগ্ৰহ, যত্ন আৰু উদগনি নোহোৱা হ'লে দেশৰ এই দুৰ্দিনত এই পুথিখনি ৰাইজৰ আগত দাঙি ধৰিবলৈ মোৰ শক্তি নহ'লহেঁতেন। শ্ৰীমানৰ সাহিত্যানুৰাগ আৰু উৎসাহ অতি আদৰ্শনীয়। শেষত ৰাইজলৈ এই মিনতি, পুথিখনি যেন মৰমৰ চকুৰে চায়।

ৰাইজৰ সেৱিকা
শ্ৰীনলিনী দেৱী

# পাতনি

ৰমন্যাসোত্তৰ যুগৰ প্ৰখ্যাত কবি নলিনী বালা দেৱীয়ে জন্মসূত্ৰে লাভ কৰিছিল এক বহল পটভূমি, য'ৰ পৰা তেওঁৰ দৃষ্টিগোচৰ হৈছিল ভাৰত উপমহাদেশৰ সভ্যতা, সংস্কৃতি আৰু আধ্যাত্মিক পৰম্পৰা। এনে দুৰ্লভ পটভূমি খুব কম সাহিত্যিকৰ ভাগ্যতেই ঘটে বুলি ক'ব পাৰি। স্বাধীনতা সংগ্ৰামৰ অগ্ৰণী নেতা কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ জ্যেষ্ঠা কন্যা নলিনী বালাই নিজৰ পৰিয়ালতেই স্বদেশপ্ৰেম আৰু সাহিত্যানুৰাগৰ সুবাস লাভ কৰিবলৈ সক্ষম হৈছিল। নলিনী বালাৰ পিতামহ মাধৱ চন্দ্ৰ বৰদলৈ বিষ্ণুভক্ত আছিল আৰু তেওঁ মাধৱ কন্দলীৰ ৰামায়ণখন প্ৰকাশ কৰি উলিয়াইছিল। নবীন চন্দ্ৰ বৰদলৈ স্বাধীনতা সংগ্ৰামী আছিল যদিও তেওঁ বিশেষভাৱে সাহিত্যানুৰাগী আছিল আৰু তেওঁৰ স্বদেশপ্ৰেমৰ গীতসমূহে স্বাধীনতা আন্দোলনৰ যুঁজাৰুসকলক অনুপ্ৰাণিত কৰিছিল। কিন্তু নবীন চন্দ্ৰ এহাতে ভাৰতীয় পৰম্পৰা আৰু আনহাতে, বৰগীত, ভজন, লোকগীত প্ৰভৃতিৰ বিশেষভাৱে অনুৰাগী আছিল। এইখন ঘৰতেই উপনিষদীয় চিন্তাৰে ভাৰাক্ৰান্ত ৰবীন্দ্ৰ নাথৰ কবিতা আৰু গীতৰ চৰ্চা চলিছিল। শৈশৱতেই নলিনী বালাৰ মনত কবিপ্ৰাণ জাগিছিল আৰু স্বদেশপ্ৰেমৰ লগতে প্ৰকৃতিৰ প্ৰতিও বিশেষ অনুৰাগ জাগিছিল।

কিন্তু স্বামীৰ অকাল মৃত্যুত বৈধব্যৰ যন্ত্ৰণা বুকু পাতি লৈ নলিনী বালাই পিতৃগৃহলৈ প্ৰত্যাবৰ্তন কৰে। তেওঁৰ যন্ত্ৰণাৰ পৰিসমাপ্তি তাতেই নঘটিল। দুটি পুত্ৰ সন্তানৰ মৃত্যুত নলিনী বালা বাকৰুদ্ধ হৈ পৰে আৰু কবিতাৰ মাজেৰেই শান্তি বিচাৰে। সেইবাবেই আমি নলিনী বালাৰ কবিতাত অশ্ৰুধাৰা দেখিবলৈ পাওঁ; কিন্তু কবিতাই কেতিয়াও কোনো কবিকেই পৰিবেশৰ পৰা উচ্ছেদ কৰিবলৈ নিবিচাৰে। সেইবাবেই পাৰিবাৰিক সূত্ৰে লাভ কৰা ভাৰতীয় ঐতিহ্য-পৰম্পৰা, মায়া, জন্মান্তৰ, কৰ্মফল আদিৰ লগতে অসমৰ প্ৰকৃতি, এইখন সমাজৰ ধৰ্মীয় পৰম্পৰা আৰু মুক্তি সংগ্ৰামৰ ফল্গু তেওঁৰ কবিতাত দেখিবলৈ পোৱা যায়। প্ৰথম অৱস্থাত তেওঁৰ বাবে স্বামীৰ মৃত্যু আৰু পুত্ৰ শোক সহিব নোৱৰা ধৰণৰ আছিল যদিও তেওঁ আধ্যাত্মিক চিন্তা-চৰ্চাৰ মাজতেই দুখৰ উপশম লাভ কৰিবলৈ সক্ষম হয়। জীৱনৰ সকলো দুখ-শোক ঈশ্বৰত অৰ্পণ কৰাৰ পাছত তেওঁ পৰম শান্তি লাভ কৰে। 'সন্ধিয়াৰ সুৰ' শীৰ্ষক কাব্যগ্ৰন্থখনি প্ৰকাশ পোৱাৰ লগে লগে তেওঁ প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হয়। একেদৰেই 'সপোনৰ সুৰ' নামৰ সংকলনটোৱেও অভূতপূৰ্ব জনপ্ৰিয়তা লাভ কৰে। ১৯৮৬ত

তেওঁ 'অলকানন্দা' নামৰ কাব্যগ্ৰন্থখনিৰ বাবে 'সাহিত্য একাডেমী বঁটা' লাভ কৰে। ভাৰতীয় ভাষাসমূহৰ শ্ৰেষ্ঠতম কবিতাসমূহৰ ভিতৰত নলিনী বালা দেৱীৰ ভালেমান কবিতা আছে। বেদ-বেদান্তৰ যুগৰ সময়ৰ পৰা চলি অহা শাশ্বত ধাৰণাটোৰ ওপৰত ৰচিত তেওঁৰ কবিতাসমূহ আন আন প্ৰখ্যাত ভাৰতীয় কবিসকলৰ ৰচনাৰ সমানেই মহত্বপূৰ্ণ।

'নাটঘৰ' কবিতাত নলিনী বালাই কৈছে—

"কোন কাৰ জগতৰ কোন কাৰ মৰমৰ
চকুৰ চিনাকি দুদিনৰ
সসীমৰ ৰূপ-তৃষ্ণা অসীমত বুৰ যাব
খহি গ'লে জৰী মৰমৰ।"

কেৱল মায়াৰ এনাজৰীয়ে ইজনৰ স'তে আনজনক বান্ধি ৰাখিছে; কিন্তু এই মায়াজৰী শিথিল হ'লে এনে সম্পৰ্ক নাথাকে আৰু সকলোৱে অসীমত মিলিত হ'ব।

নলিনী বালা দেৱীৰ কবিতা অনন্ত কাল ধৰি এইবাবেই সমাদৃত হৈ থাকিব যে তেওঁৰ কবিতাৰ পটভূমি সমগ্ৰ ভাৰত উপমহাদেশৰ সভ্যতা-সংস্কৃতি। 'ভাৰতী' কবিতাত তেওঁ লিখিছে—

"সুনীলিম জলধিৰ পৰা
উঠিলা যিদিনা তুমি
সাগৰ জীয়াৰী জননী ভাৰতী মোৰ
নৱ প্ৰভাতৰ অৰুণালোকত
পিন্ধি ৰত্ন হিমগিৰী চূড়া
কনক কিৰিটী
জ্বলিছিল শতপ্ৰভা
জ্যোতিৰ দীপিতি
কঁপিছিল নীলাম্বৰী
নীলাম্বৰ শুভ্ৰ ফেন ৰাশি
লহৰে লহৰে নাচি
ধৌত কৰি কমল চৰণ

ফুলিল নীৰলে পদ্ম চৰণ তলত।"

আনহাতে, তেওঁৰ হৃদয়ক জগাই তুলিছে প্ৰাগজ্যোতিষপুৰৰ জ্যোতিয়ে। 'মিলন আহুতি' নামৰ কবিতাত তেওঁ লিখিছে—

"প্ৰাগজ্যোতিৰ
পুবা অৰুণৰ
সোণালী জেউতি লাগি
অসমী বুকুৰ
তৰুণ তৰুণী
নীৰবে উঠিছে জাগি
গৌৰৱ অনুৰাগী
সোণালী জেউতি লাগি
অসমীয়ে আছে চাই
মোৰ সন্তানৰ আলৈ বিলৈ
কোনেও মাতোতা নাই
অসমীয়ে আছে চাই।"

এনে কবিতাত নলিনী বালাই অসমৰ সৌন্দৰ্য বৰ্ণনা কৰাৰ লগতে অসমবাসীৰ বেদনাৰ ছবিখনো দাঙি ধৰিছে। শেষত কবিয়ে 'মিনতি' শীৰ্ষক কবিতাৰ জৰিয়তে আবেদন জনাইছে—

"ব্যাকুল পৰাণ ঢালি
সপোনে সচিতে প্ৰভু
পৰা নাই তোমাক মাতিব
নয়ন মানস মোৰ
তোমাৰ অসীম ৰূপে
পৰা নাই বুৰাই পেলাব।"

ব্যক্তি জীৱনৰ স্বাৰ্থক তুচ্ছ কৰি কবি নলিনী বালাই অসম, ভাৰতবৰ্ষ আৰু বিশ্ব মানৱৰ কল্যাণৰ বাবে প্ৰাৰ্থনা জনাইছে ভগৱানৰ ওচৰত। বিশাল পটভূমিত থিয় হৈ তেওঁ সমুখ আৰু ওপৰৰ ফালে যিদৰে চাইছে, সেইদৰে চৰণ তলৰ মাটিও পাহৰি যোৱা নাই। তেওঁৰ কবিতাই যুগে যুগে ভাৰতবাসীক

প্ৰেৰণা যোগাব। নলিনী বালাৰ দুখনি কাব্য সংকলন 'সপোনৰ সুৰ' আৰু 'সন্ধিয়াৰ সুৰ' একেলগে উদীয়মান সাংবাদিক নয়ন কুমাৰ শৰ্মা আৰু ডাঃ প্ৰবীৰ কুমাৰ বৰদলৈয়ে সংকলন কৰাত অতি আনন্দিত হৈছো। সংকলনখনিয়ে নিঃসন্দেহে পঢ়ুৱৈৰ পৰা সমাদৰ লাভ কৰিব। শৰ্মা আৰু ডাঃ বৰদলৈৰ এনে প্ৰচেষ্টা ভৱিষ্যতেও অব্যাহত থাকিব বুলি আশা কৰিলো।

—কনকসেন ডেকা

# প্ৰকাশৰ এষাৰ

চাৰি বছৰত মোৰ মাৰ মৃত্যু হয়। আন দহগৰাকী শিশুৱে মাতৃৰ বুকুৰ উম লৈ শুই থকা সময়ত মই মাতৃ স্নেহৰ পৰা বঞ্চিত হৈছিলো। কিন্তু বেছিদিনৰ বাবে বঞ্চিত হ'বলগীয়া নহ'ল। মাৰ বিয়োগৰ পাছতে মোক তুলি লৈছিল যিগৰাকী মহিলাই তেৱেঁই হ'ল নলিনী বালা দেৱী। যদিও তেওঁ মোৰ জেঠাই আছিল তথাপি মই 'বৌটি' বুলিহে মাতিছিলো। বহুতে নলিনী বালা দেৱীক বিভিন্ন ধৰণে পাইছে। কোনেৱে যদি কবি হিচাপে লাভ কৰিছে, আন এচামে হয়তো সাহিত্যিক হিচাপেহে চিনি পায়। কিন্তু মোৰ বাবে নলিনী বালা দেৱী কবি, সাহিত্যিক নহয়, এগৰাকী মাতৃৰূপী নাৰী হিচাপেহে পূজ্য। জন্মদাত্ৰী নহ'লেও তেওঁ মোক মাতৃ স্নেহৰ পৰা বঞ্চিত কৰা নাছিল। জীৱনৰ অ-আ, ক-খ সকলোখিনি শিকিছো তেওঁৰ পৰা। বিছনাত শুৱাই নিচুকণি গীত গোৱাৰ পৰা আৰম্ভ কৰি গধূলি পৰত চোতালত ঢাৰিত বহি সাধু শুনালেকে সকলোবোৰতেই আছে এইগৰাকী মহিলাৰ সুবাস।

নলিনী বালা দেৱীৰ মানসিক দৃঢ়তা আন দহগৰাকী নাৰীৰ তুলনাত আছিল ব্যতিক্ৰম। অকাল বৈধব্য, পুত্ৰ শোক, আৰ্থিক দৈন্যতায়ো স্পৰ্শ কৰিব পৰা নাছিল তেওঁক। দৈনন্দিন জীৱন যাপনত এনে দুখৰ বোজা কিমান অসহনীয় হ'ব পাৰে সেয়া নলিনী বালা দেৱীতকৈ আনে হয়তো বুজি পোৱাটো কঠিন হ'ব। কুৰি বছৰ বয়সত বৈধব্যৰ নিৰাভৰণ বেশ লৈ ঘৰ ভৰা পৰিয়ালৰ মাজত যেতিয়া তেওঁ থিয় দিছিল তেতিয়া ঘৰখনত কেনে পৰিস্থিতিৰ সৃষ্টি হৈছিল সেয়া মই প্ৰত্যক্ষ নকৰিলেও তেওঁ পাছত মোৰ সন্মুখত সেই প্ৰতিচ্ছবি অংকন কৰিছিল। বুঢ়ী আইতাকে যেতিয়া নলিনী বালা দেৱীৰ বেশ চাব নোৱাৰে বুলি কৈ উচুপি কৈছিল— "তই ঘৰত সদায় ৰিহা-মেখেলা পিন্ধি থাকিবি' তেতিয়া দেউতাকে কিন্তু সান্ত্বনা বাণীৰে কৈছিল— "নহয় আই, কিয় পাটৰ ৰিহা-মেখেলা পিন্ধিব? মোৰ আইক মই ইমান দিনে মনৰ জোখাৰে বচা বচা অলংকাৰ আৰু সাজ-পাৰেৰে সজাই চাই ভাল পাইছিলো, আজিৰ পৰা ভাল পাম অন্তৰে-বাহিৰে মহাশ্বেতাৰ দৰে শুভ্ৰ ৰূপ চাবলৈ।" শোকদগ্ধ পিতৃৰ গভীৰ ব্যক্তিত্বৰ পৰা ওলোৱা সেই মুহূৰ্তৰ কথা ৰাখিয়ে তেওঁৰ সুদীৰ্ঘ সন্তপ্ত জীৱনত

এটি পৱিত্ৰ ৰক্ষা কবচৰ দৰে অদ্ভুত ক্ৰিয়াৰ সৃষ্টি কৰিছিল। মৃত্যুৰ সময়লৈকে তেওঁ সেই মহামন্ত্ৰ কাণত প্ৰতিধ্বনিত হৈ আছিল।

বৈধব্য জীৱনৰ শেষ সম্বল ল'ৰা-ছোৱালী পাঁচোটিক লৈ জীৱনৰ দীঘলীয়া বাটত আগবাঢ়িবলৈ বুকুত বল বান্ধি লৈছিল মাথোন। এনেতে নুমলীয়া 'পুতলী'ৰ বিচ্ছেদৰ শোকে তেওঁৰ জীৱন আকুল কৰিলে। মহাশূন্যতাই তেওঁক আৱৰি ধৰিলে। পিতৃ নবীন চন্দ্ৰ বৰদলৈ আছে ছিলেট জেলত বন্দী হৈ। সান্ত্বনাৰ বাট বিচাৰি পোৱা নাছিল। পিতৃয়ে ছিলেট জেলৰ পৰা নিজৰ সন্তাপ পাহৰিও সন্তপা কন্যালৈ যিবোৰ অমূল্য পৰামৰ্শ আগবঢ়াইছিল, সেইবোৰ চিঠিৰ বাণীয়ে মহা ভাগৱতৰ দৰে তেওঁৰ শোক বিহ্বল প্ৰাণৰ দহন বহু পৰিমাণে শাঁত পেলাইছিল। দ্বিতীয় পুত্ৰ পৱিত্ৰৰ অকাল মৃত্যুতো তেওঁ ধৈৰ্য ধৰিছিল। তেওঁ এই সম্পৰ্কে 'স্মৃতিতীৰ্থ'ত উল্লেখ কৰিছে এনেদৰে— "মোৰ দ্বিতীয় পুত্ৰ স্বৰ্গীয় পৱিত্ৰ'ৰ সকলো সমনীয়া ল'ৰাৰ মুখতে মই যেন পৱিত্ৰৰ কমনীয়া কোমল মুখৰ ভাবটো দেখিবলৈ পাওঁ। তেতিয়াৰে পৰা মোৰ বুভুক্ষা মাতৃপ্ৰাণে ল'ৰাবোৰৰ সান্নিধ্য বৰ ভাল পোৱা হ'ল। তেওঁলোকৰ পৱিত্ৰ নিৰ্মল অন্তৰ প্ৰাণ খোলা কথা, সংসাৰৰ কুটিল স্বাৰ্থই পৰশ নকৰা, নিঃস্বাৰ্থ উদ্যোগ আৰু শংকাহীন কৰ্মৰ সান্নিধ্যই মোৰ হৃদয় মাতৃ স্নেহেৰে ওপচাই অকালত হেৰুওৱা সন্তানৰ বিচ্ছেদ দুখ পাহৰাই পেলায়।" মই তেওঁৰ এই ছবিখন বাস্তৱত প্ৰত্যক্ষ কৰিছিলো। দ্বিতীয় ল'ৰা পৱিত্ৰৰ মৃত্যু আছিল মৰ্মান্তিত। পৱিত্ৰ আছিল কটন কলেজৰ সাধাৰণ সম্পাদক। বি এছ চিত উত্তীৰ্ণ হৈ যিদিনা পৱিত্ৰই চৰকাৰী আইন মহাবিদ্যালয়ত আইন পঢ়িবলৈ নাম লগাইছিল সিদিনা ৰাতিৰ পৰাই টাইফয়েড জ্বৰত আক্ৰান্ত হৈছিল। এসপ্তাহ তেনেদৰে থকাৰ পাছত মৃত্যু হয়। ককাক নবীন চন্দ্ৰ বৰদলৈয়ে বিচাৰিছিল পৱিত্ৰ দেশসেৱক হোৱাটো। তেওঁৰ পথেদিয়ে খোজ পেলাবলৈ প্ৰেৰণা যোগাইছিল। কিন্তু হায়! নিয়তিৰ কি পৰিহাস! আইন পঢ়িবলৈ নাম লগোৱাৰ নিশাই বেমাৰত পৰি কেতিয়াও শ্ৰেণীকোঠাত সোমোৱাৰ সুযোগ নাপালে। মোৰ পঢ়া-শুনা, খোৱা-বোৱা আদি সকলোবোৰতে আগভাগ লৈছিল তেওঁ। এটি মৰহি যোৱা গছপুলি সাৰপানী দি জীয়াই তোলাৰ বাবে যিখিনিৰ প্ৰয়োজন সেইখিনি আছিল নলিনী বালা দেৱীৰ। মই বিদেশত পঢ়ি থাকোতে মোলৈ লিখা চিঠিবোৰত তেওঁ কেতিয়াও মাতৃভূমিক পাহৰি নাযাবলৈ লিখিছিল। তেওঁৰ

সেই চিঠিবোৰ পঢ়ি মাতৃভূমিলৈ উভতি নহাকৈ থাকিব নোৱাৰিলো। নলিনী বালা দেৱী কেৱল কবি, সাহিত্যিকেই নহয়, এগৰাকী দেশপ্ৰেমিকো আছিল।

তেওঁৰ প্ৰিয় গ্ৰন্থ হ'ল ৰবীন্দ্ৰ নাথ ঠাকুৰৰ 'সঞ্চয়িতা'। 'দেৱদাসী' কবিতাটো তেওঁৰ প্ৰিয় আছিল। সেই কবিতাটো মোক মুখস্থ কৰিবলৈ দিছিল। স্কুলত সেই কবিতাটো আবৃত্তি কৰিছিলো।

কুৰি বছৰত বৈধব্যৰ সাজ পৰিধান কৰি ল'ৰা-ছোৱালীৰ উপযুক্ত শিক্ষা দিয়া, মোৰ দৰে মাতৃহীনা সন্তানক বুকুৰ মাজত ৰাখি নিজৰ ল'ৰা-ছোৱালীৰ সমানেই মৰম-চেনেহ কৰা, ছবি আঁকা, দেশপ্ৰেমত আবদ্ধ হোৱাৰ গুণ আয়ত্ত কৰিব পৰা অসীম ধৈৰ্যশীলা মহিলা হিচাপে নলিনী বালা দেৱীতকৈ আন কোনো জ্বলন্ত উদাহৰণ হ'ব পাৰে বুলি মনে নধৰে। নবীন চন্দ্ৰ বৰদলৈৰ ভাষাৰে ক'ব পাৰি— "নলিনী বালা দেৱী এগৰাকী সাধাৰণ মহিলা হ'লেও সকলোৰে বাবে আছিল মহাশ্বেতা।" তেওঁ আছিল সংগ্ৰামী যোদ্ধা। জীৱনৰ প্ৰতিটো মুহূৰ্ততে সংগ্ৰাম কৰিবলগীয়া হৈছিল। অন্যাৰ্থত নলিনী বালা দেৱী আছিল সংগ্ৰামী মহিলাৰ মূৰ্ত প্ৰতীক।

সকলোৱে যিগৰাকী মহিয়সীক কবি হিচাপে জানে তেওঁ পিছে চিত্ৰকৰো আছিল। জীৱন কালত মই জনাত তেওঁ তিনিখন চিত্ৰ আঁকিছিল। তেওঁ কম বয়সতে বৈধব্যৰ সাজ পৰিধান কৰাৰ পাছত চাৰিওফালে নৈৰাশ্যৰ ছবিখন দেখিছিল। এটাৰ পাছত এটা শোকাবহ ঘটনা। প্ৰথমতে স্বামী ঢুকাল আৰু তাৰ পাছত পুত্ৰ শোক। এফালৰ পৰা শোকে তেওঁক খুন্দা মাৰি ধৰিলে। তেওঁ কিন্তু বিচলিত নহ'ল। একান্ত মনে কাব্য ৰচনাত মগ্ন হয়। ইয়াৰ মাজতে নলিনী বালা দেৱীয়ে যি তিনিখন ছবি আঁকিছিল তাৰ ভিতৰত দুখন ছবি মই দেখিছো। তেওঁ ছবি আঁকা মই প্ৰত্যক্ষ কৰাৰ পাছত মোৰ মনত এনে এটি ভাব হৈছিল এইগৰাকী নাৰী সাধাৰণ নহয়, দেৱী তুল্য। কালিদাসৰ 'মেঘদূত' কাব্যৰ আধাৰত তেওঁ এখন ছবি আঁকিছিল। এই ছবিখনত বিৰহত কাতৰ হোৱা যক্ষৰাজৰ মনৰ অৱস্থা কেনেকুৱা হৈছিল সেয়া ফুটাই তোলে। আন এখন ছবিত নলিনী বালা দেৱীয়ে উষাৰ সন্মুখত সখী চিত্ৰলেখাই সপোন কোঁৱৰৰ যি ছবি আঁকিছিল সেয়া নিখুঁতভাৱে ফুটাই তোলে। এই দুখন ছবিৰ উপৰি তেওঁ যিখন আঁকিছিল সেইখন হ'ল তেওঁৰ স্বামীৰ নিখুঁত ছবিখন। বৈধব্য সাজ পিন্ধাৰ

পাছত এদিনাখন কোঠাত বহি একান্ত মনে স্বামীৰ ছবিখন অঁকা বুলি তেওঁৰ বৰ জীয়ৰী উষাবাণী দেৱীৰ মুখত শুনিছো। যেতিয়া এই ছবিখন আঁকিছিল তেতিয়া তেওঁৰ বয়স হৈছিল ১৯ বছৰ। মৃত স্বামীক তেওঁ ছবিৰ মাজেৰে জীয়াই তুলিছিল। নলিনী বালা দেৱীক সকলোৱে কবি হিচাপে জানে। তেওঁ যে চিত্ৰকৰ আছিল সেই কথা বহুতেই জ্ঞাত নহয়। ছবিকেইখন এতিয়া ক'ৰবাত আছে নে নাই সেই বিষয়ে মই নিশ্চিত নহয়। তেতিয়া মই সৰু আছিলো বাবে ছবিসমূহ সংৰক্ষণৰ বিষয়ে ভবা নাছিলো। এতিয়া কিন্তু সেই কথা ভাবিলে মনটো বৰ বেয়া লাগে। যিকেইখন চিত্ৰই নলিনী বালা দেৱীক আন এক স্থানত বহুৱালেহেঁতেন তেনে ছবিকেইখন আজি পাবলৈ নাই।

এদিনাখন প্ৰণৱ চাংকাকতি আৰু ইলি চাংকাকতিয়ে (নলিনী বালা দেৱীৰ নাতি আৰু নাতি বোৱাৰী) মোক নলিনী বালা দেৱীৰ 'সপোনৰ সুৰ' আৰু 'সন্ধিয়াৰ সুৰ' কবিতা পুথি দুখন পুনৰ প্ৰকাশৰ বাবে প্ৰস্তাৱ আগবঢ়ায়। তেওঁলোকৰ প্ৰস্তাৱ শুনি মই আনন্দিত হ'লো। কাৰণ সৰুৰে পৰা এই পুথি দুখনে মোক আকৰ্ষণ কৰি আহিছে। মোৰ ছবিত এই দুখনেই তেওঁৰ শ্ৰেষ্ঠ পুথি। এই পুথি দুখন ইতিমধ্যে বজাৰত নোহোৱা হৈছে। মই অলপো পলম নকৰি দুয়োখন কবিতা পুথি একলগ কৰি সংকলন কৰিবলৈ আগবাঢ়িলো। যিগৰাকী নলিনী বালা দেৱীক মই সৰুৰে পৰাই লগ পাইছো তেওঁৰ পুথি পুনৰ প্ৰকাশ কৰিবলৈ পোৱাটো মোৰ বাবে পৰম সৌভাগ্যৰ বিষয়। পুথি দুখন একলগ কৰি প্ৰকাশ পালে নিশ্চয় পাঠকৰ বাবে সুবিধা হ'ব। পুথিখন সংকলন কৰোতে মূল পুথি দুখনৰ স'তে নলিনী বালা দেৱীৰ পৰিচয় দাঙি ধৰাৰ লগতে পাতনি নতুনকৈ সংযোগ কৰা হৈছে। পাতনি লিখিছে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কনকসেন ডেকাই। আনহাতে, পুথিখন সংকলন কৰোতে মোক সকলো দিশৰ পৰা সহায় কৰা বাবে লেখক, সাংবাদিক নয়ন কুমাৰ শৰ্মাক ধন্যবাদ জ্ঞাপন কৰিছো। এই সংকলনটি পাঠকে সাদৰেৰে গ্ৰহণ কৰিব বুলি আশা কৰিলো।

ডাঃ প্ৰবীৰ কুমাৰ বৰদলৈ

# বিষাদৰ বৈভৱত উজ্বলি উঠা নলিনী বালা দেৱী

পবিত্ৰতাৰ প্ৰতীক অতীন্দ্ৰবাদী কবি নলিনী বালা দেৱী আছিল অসমৰ এটি সু-প্ৰসিদ্ধ অভিজাত পৰিয়ালৰ জীয়াৰী। আহোম ৰাজত্ব কালত তেওঁৰ পিতৃ বংশৰ অষ্টম উপৰিপুৰুষ বেদজ্ঞ জ্যোতিষী ৰুদ্ৰখৰিক আহোম ৰজাই কান্যকুব্জৰ পৰা অনাই 'বৰদলৈ' উপাধি প্ৰদান কৰি শিৱসাগৰত মাটি-বৃত্তি দান কৰি থাকিবলৈ দিছিল। নলিনী বালা দেৱীৰ আজোককাক ৰত্নেশ্বৰ বৰদলৈয়ে মানৰ আক্ৰমণৰ সময়ত অত্যাচাৰ-উৎপীড়নত লটি-ঘটি হৈ গৃহ মন্দিৰৰ কুলদেৱতা বাসুদেউ গোঁসাইৰ মূৰ্তিক বুকুত সাৱটি শিৱসাগৰৰ পৰা সপৰিয়ালে আহি উত্তৰ গুৱাহাটী পাইছিলহি। কিন্তু তেওঁৰ পুত্ৰ কল্পনাথক মানে ধৰি নি মান দেশ পোৱাইছিলগৈ। তেতিয়া কল্পনাথৰ বয়স আছিল মাত্ৰ ১২ বছৰ। কল্পনাথ দেখাই-শুনাই সুগঠিত মুখেৰে যেনেকৈ ধুনীয়া আছিল তেনেকৈ আছিল অতি তীক্ষ্ণ বুদ্ধিৰ। সেই কাৰণে চেমনীয়া কল্পনাথে মান দেশৰ পৰা আশ্চৰ্যজনকভাৱে বুদ্ধি খটুৱাই পলাই আহি গুৱাহাটী পাইছিলহি। তেতিয়া এজন চাহাবে তেওঁক লগ পাই তেওঁৰ ৰূপ-গুণত মুগ্ধ হৈ বহু যত্ন কৰি পৰিয়ালৰ সন্ধান বিচাৰি শেষত কল্পনাথক পৰিয়ালৰ মাজলৈ নিৰাপদে পঠিয়াই দিবলৈ সক্ষম হৈছিল। চাহাবজনৰ মহানুভৱতাৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি তেওঁক দিয়া সদ্ উপদেশসমূহ শিৰত লৈ পঢ়াশুনাত মনপুতি লাগিছিল আৰু সেই চাহাবজনৰ কাৰ্যালয়তে তেওঁ কৰ্মজীৱন আৰম্ভ কৰিছিল। এইদৰে তেওঁ নিজৰ চেষ্টাৰ বলত খাট-পাম কিনি, লিগিৰা-লিগিৰিৰে এজন আঢ্যৱন্ত পুৰুষ হৈ পৰিছিল। কল্পনাথে কৃষ্ণৰাম ভৰালীৰ ভ্ৰাতৃৰ দুগৰাকী জীয়েক পদ্মাৱতী আৰু চন্দ্ৰাৱতীক বিয়া কৰাইছিল। প্ৰথমগৰাকীৰ সন্তান আছিল মাধৱ চন্দ্ৰ বৰদলৈ আৰু ললিত চন্দ্ৰ বৰদলৈ।

মাধৱ চন্দ্ৰ বৰদলৈ আছিল দূৰদৰ্শী পুৰুষ। আধুনিক শিক্ষা-দীক্ষাৰে, তেওঁ আছিল এজন মহান ব্যক্তি। তেওঁ জোনাকী যুগৰ ভাষা জননীৰ একনিষ্ঠ সাধক আছিল। গীত আৰু সুমধুৰ ধ্বনিৰে তেওঁ চিৰসুন্দৰৰ উপাসক আছিল।

অসমীয়া 'ৰামায়ণ' তেৱেঁই প্ৰথম প্ৰকাশ কৰি উলিয়াইছিল। তেওঁৰ 'দীপিকাছন্দ'ই সাহিত্যৰ সুবাদ দিশে দিশে সিঁচিছিল। তেওঁ স্বভাৱসুলভ মানৱীয় গুণেৰে কৰ্মস্পৃহা আৰু একাগ্ৰতাত ব্ৰতী হৈ 'ৰায়বাহাদুৰ' উপাধিৰে পুৰস্কৃত হৈছিল। ৰায়বাহাদুৰ মাধৱ চন্দ্ৰ বৰদলৈয়ে গুৱাহাটীত নিগাজীকৈ থাকিবলৈ লৈছিল। তেওঁৰ চাৰিজন পুত্ৰ আছিল— প্ৰবোধ চন্দ্ৰ বৰদলৈ, নবীন চন্দ্ৰ বৰদলৈ, বিপিন চন্দ্ৰ বৰদলৈ আৰু গিৰিশ চন্দ্ৰ বৰদলৈ। মাধৱ চন্দ্ৰ বৰদলৈৰ দ্বিতীয় পুত্ৰ কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আছিল ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ এজন অগ্ৰণী পুৰুষ। তেওঁ একাধাৰে কবি, গীতিকাৰ, সুৰকাৰ, নাট্যকাৰ আছিল। মহাশ্বেতা নলিনী বালা দেৱী কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ প্ৰথম সন্তান আছিল। সুখ-স্বাচ্ছন্দেৰে ভৰা সংস্কৃতিসম্পন্ন পৰিয়ালত জন্ম হোৱা নলিনী বালাই শিল্পীসুলভ মন এটিৰে শৈশৱ কাল অতিবাহিত কৰিছিল। পিতৃ নবীন চন্দ্ৰৰ মহান ব্যক্তিত্বৰ প্ৰভাৱেৰে, ঋষিতুল্য ঘৰুৱা শিক্ষক স্বৰ্গীয় গোপাল কৃষ্ণ দেৱৰ শিক্ষাৰ আদৰ্শেৰে, চেনেহী আইতাকৰ শুৱলা কণ্ঠত 'ৰামায়ণ', 'মহাভাৰত', 'কীৰ্ত্তন', 'নামঘোষা', 'বৰগীত', স্তুতিগীতৰ প্ৰাণ পৰশা সুৰৰ মূৰ্ছনাৰে সম্বন্ধীয় মোমায়েক সঙ্গীতাচাৰ্য কীৰ্ত্তিনাথ শৰ্মা বৰদলৈৰ গীত-মাতৰ চৰ্চাৰে গীতিময়, কাব্যময়, স্বপ্নময় হৈ পৰিছিল বৰদলৈ পৰিয়ালৰ সাংস্কৃতিক পৰিবেশ। মধুময় সেই মুহূৰ্তবোৰে নলিনী বালাৰ শিশু মনটোক কোনোবা সপোন ৰাজ্যলৈ লৈ গৈছিল। তেনে এক সুন্দৰ পৰিবেশত শৈশৱতেই নলিনী বালাৰ অন্তৰত কবিতাৰ কলিয়ে গুণ গুণাইছিল। তাৰেই জ্বলন্ত উদাহৰণ তেওঁ ১০ বছৰ বয়সতে ৰচনা কৰা প্ৰথম কবিতা 'পিতা'। সেই কালত স্ত্ৰী শিক্ষাৰ প্ৰচলন নাছিল যদিও আধুনিক ৰুচিসম্পন্ন দেউতাক নবীন চন্দ্ৰই নলিনী বালাক বৈধব্য বৰণ কৰাৰ পাছত কে'বাগৰাকীও কৃতী শিক্ষকৰ তত্বাৱধানত ঘৰতেই শিক্ষাদানৰ ব্যৱস্থা কৰিছিল। নলিনী বালাৰ গুণ-গৰিমাৰে জিলিকি উঠিছিল একেটি বংশৰে, একেখন ঘৰতে ডাঙৰ-দীঘল হোৱা নলিনী বালাৰ বৰদেউতাক প্ৰবোধ চন্দ্ৰ বৰদলৈৰ ল'ৰা-ছোৱালী কমি (মোৰ মা), লুচি, নীলি, টুনী, ননী, গোপাল, বাপা, মাইহঁতৰ শিল্পীসুলভ মনবোৰ। তেওঁলোকৰ কাৰণে নলিনী বালা আছিল প্ৰেৰণা আৰু আদৰ্শৰ প্ৰতীক।

১৯০৯ত নলিনী বালাৰ শিৱসাগৰৰ বিখ্যাত নিত্যানন্দ চতুৰ্বেদীৰ বংশৰ কৃষ্ণপ্ৰাণ চাংকাকতিৰ পুত্ৰ জীৱেশ্বৰ চাংকাকতিৰ স'তে বিবাহ সম্পন্ন হৈছিল।

নলিনী বালাই দাম্পত্য জীৱনৰ সুখ-সম্ভোগ বেছিদিন ভোগ কৰিবলৈ নাপালে। চাৰিটা সন্তানৰ মাতৃ হোৱা নলিনী বালাই ১৯১৭ত অকাল বৈধব্য বৰণ কৰিবলগীয়া হৈছিল। বিধাতাই লিখি থৈছিল তেওঁৰ কপালত নিদাৰুণ সত্যৰ কৰুণ বেদনাৰ ভাগ্যলিপি। তেতিয়া তেওঁ গৰ্ভত পঞ্চম সন্তানটোক লৈ ভৰ যৌৱনতে দুখ আৰু বেদনাক আঁকোৱালি পিতৃ গৃহলৈ উভতি আহিছিল। দুখ জৰ্জৰিত জীৱনত পিতৃ আছিল তেওঁৰ পথৰ সাৰথি। পিতৃৰ মৰ্মবাণী সাৱোগত কৰি বৈধব্য ব্ৰতেৰে শুক্লবস্ত্ৰ পৰিধান কৰি নলিনী বালা হৈছিল পূণ্যৱতী। কিন্তু নিষ্ঠুৰ কালে ইমানতো ক্ষান্ত নাথাকি দুবাৰকৈ তেওঁক পুত্ৰ শোকৰ মৰ্মন্তুদ বেদনা জাপি দিছিল। সংসাৰৰ দুখ-বেদনা, জ্বালা-যন্ত্ৰণা, শোক-সন্তাপৰ মাজেদি পিতৃৰ মহাশ্বেতা মন্ত্ৰত দীক্ষিতা হৈ বাকী তিনিটা সন্তানক উপযুক্ত কৰাৰ গধুৰ দায়িত্ব বহন কৰি সত্য-শিৱ-সুন্দৰৰ চৰণত মন-প্ৰাণ অৰ্পণ কৰি নলিনী বালাই সহজ সৰল জীৱন যাপন কৰি শিক্ষা-দীক্ষা, জ্ঞান-গৰিমা আৰু পিতৃৰ আদৰ্শেৰে অনন্যা বিদুষী নাৰী হৈ বহুতো অনুষ্ঠানৰ লগত নিজকে জড়িত কৰি স্বদেশ প্ৰীতিৰ পৰিচয় দিছিল। চিৰ সুন্দৰৰ উপাসিকা নলিনী বালা দেৱীয়ে শিশু কল্যাণ অনুষ্ঠান 'পাৰিজাত কানন' স্থাপন কৰি কাননৰ মালিনী হৈ আপডাল কৰিছিল শিশু ফুলনি। লিখিছিল শিশুৰ উপযোগী নৃত্য-নাটিকা আৰু কবিতা-গীতিকা। সেইবোৰ কণ কণ শিশু-চেমনীয়াৰ দ্বাৰা মঞ্চস্থ কৰাই তেওঁলোকক প্ৰসাৰতাৰ পোহৰলৈ আগবঢ়াই নিছিল। সেয়েহে ১৯৫৪ৰ আন্তৰ্জাতিক শিশু অনুষ্ঠান 'Children of State Counsil'ৰ অসম শাখাৰ সভানেত্ৰী হৈছিল কৃষ্ণহাথী সিং গুৱাহাটীলৈ আহোতে তেওঁৰ একান্ত অনুৰোধত। তেতিয়া বহুতো পৰিশ্ৰম কৰিবলগীয়া হৈছিল যদিও কণ কণ শিশুহঁতৰ মানসিক আৰু শাৰীৰিক উৎকৰ্ষ সাধনৰ কাৰণে শাৰীৰিক কষ্টকো গৌণ কৰি বহুতো কাম কৰিছিল, সেই সময়তে তেওঁ হৃদৰোগত আক্ৰান্ত হৈছিল। কবি, গীতিকাৰ, নাট্য ৰচয়িতা, সাহিত্য সাধিকা হিচাপে জন মানসত বিকশি-প্ৰকাশি উঠিছিল। তেওঁ আছিল বৰগীত, স্তুতিগীতৰ সুকণ্ঠী গায়িকা, তেওঁ আছিল পাৰদৰ্শী চিত্ৰশিল্পী, ৰং-তুলিকাৰে আঁকিছিল ৰহণীয়া-বৰণীয়া ছবি, আঁকিছিল তেওঁৰ পৰমপ্ৰিয় স্বামীৰ প্ৰতিকৃতি। তাহানিখন ৰৰদলৈ পৰিয়ালত ৰোগীক শুশ্ৰূষা কৰা, ঔষধ আৰু পথ্য সময় মতে খুওৱা আদিত জেঠাইদেউ নলিনী বালা দেৱীয়ে আগভাগ ল'বলগীয়া

হৈছিল। বাতি টৌপনি ক্ষতি কৰি ৰোগীৰ কাষত বহি থকাটোও তেওঁৰে ধৰা-বন্ধা কাম আছিল বুলি শুনিছিলো। এইবোৰ দেখি শুনিয়ে নবীন চন্দ্ৰ বৰদলৈয়ে নলিনী বালা দেৱীক এজন ঘৰুৱা হোমিওপেথিক চিকিৎসকৰ তত্বাৱধানত সেই চিকিৎসা শিকিবৰ কাৰণে কে'বাখনো কিতাপ আনি দিছিল। হোমিঅ'পেথিক চিকিৎসাত তেওঁ সফলতা অৰ্জন কৰাৰ লগে লগে ওচৰ-চুবুৰীয়াৰ মাজতো সেই কথা বিয়পি পৰিল। তেওঁৰ ওচৰলৈ নানা ধৰণৰ অসুখৰ ঔষধ বিচাৰি মানুহ আহিবলৈ ধৰিছিল। তেতিয়া কলিকতাৰ পৰাহে ঔষধবোৰ আনিব লাগিছিল। তেওঁ হোমিঅ'পেথিক চিকিৎসাৰ কিতাপবোৰ ইমান মনপুতি পঢ়িছিল যে অসুখৰ লক্ষণবোৰ অতি সহজতে ধৰিব পাৰিছিল আৰু তেওঁৰ ঔষধত বহু ৰোগীয়ে বহু ধৰণৰ অসুখৰ পৰা আৰোগ্য লাভ কৰিছিল। এইবোৰতো তেওঁ যথেষ্ট সময় খৰচ কৰি মানৱ সেবাৰ আদৰ্শ দাঙি ধৰিছিল।

এইখিনিতে জেঠাইদেউ নলিনী বালা দেৱীৰ উপস্থিত বুদ্ধিৰ এটি উদাহৰণ দিব খুজিছো। এদিন তেওঁৰ মৰমৰ ভ্ৰাতৃ ডাঃ উমেশ চন্দ্ৰ বৰদলৈৰ পুত্ৰ মণ্টু দাদাই (মিহিৰ বৰদলৈ) কাপোৰ ইস্ত্ৰি কৰি থাকোতে বিজুলী তাঁৰডাল ছিগি মণ্টুদাক মেৰাই ধৰাত বুলবুলি বাইদেৱে (মাধুৰী দেৱী, মণ্টু দাদাৰ বায়েক) মণ্টু দাদাৰ চিঞৰ শুনি ওচৰলৈ অহাত কথা বিষম দেখি হাতত থকা বাল্টিটোৰে খুন্দিয়াই খুন্দিয়াই তাঁৰডাল এৰুৱাবলৈ চেষ্টা কৰাত বুলবুলি বাইদেউৰ দেহতো বিদ্যুৎ প্ৰবাহ হোৱাত জেঠাইদেৱে তেওঁলোকৰ চিঞৰ শুনি দৌৰি আহি সেই অৱস্থা দেখাৰ লগে লগেই তৎক্ষণাত গৈ লাইটৰ ছুইচ্ বন্ধ কৰি ডাঙৰ কাঠৰ পীৰা এখন আনি তাত উঠি মণ্টু দাদাৰ গাত মেৰাই থকা তাঁৰডাল এৰুৱাই দিছিল। মণ্টু দাদাই প্ৰায় ৮/১০ ঘণ্টামান অচেতন হৈ থকাৰ পাছত সুস্থ হৈ উঠিছিল। জেঠাইদেউৰ উপস্থিত বুদ্ধিয়েহে মণ্টু দাদাক সেইদিনাখন ৰক্ষা কৰিছিল।

জেঠাইদেৱে চিলাই মেচিনত ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ কাৰণে সাজ-পোছাক বৰ ধুনীয়াকৈ চিলাই কৰিছিল বুলি শুনিছিলো। নিজৰ ব্লাউজ, চেমিজ আদিৰ লগতে ঘৰৰ আন সদস্যসকলৰ কাৰণে কামিজ, পাঞ্জাবী আদিও চিলাই কৰিছিল। এইবোৰ অৱশ্যে তেওঁৰ 'নিছা'হে আছিল, তথাপি তাতেই স্বনিৰ্ভৰশীলতাৰ পৰিচয় পোৱা গৈছিল। অসহযোগ আন্দোলনত স্বেচ্ছাসেৱকসকলৰ কাৰণে তেওঁ খদ্দৰৰ টুপী, কুৰ্তা আদিও হেনো মেচিনত

চিলাই কৰি আত্মসন্তুষ্টি লভিছিল। মাতৃহীনা চাৰিটি সন্তানক তেওঁ মৰমৰ কোমল পৰশেৰে সাৱটি, চেনেহৰ আঁচলেৰে আবৰি অতি যত্নেৰে ডাঙৰ-দীঘল কৰিছিল। ডাঃ উমেশ চন্দ্ৰ বৰদলৈৰ বৰপুত্ৰ ডাঃ প্ৰবীৰ কুমাৰ বৰদলৈ আৰু কণ্ঠশিল্পী তথা চিত্ৰশিল্পী মিহিৰ বৰদলৈয়েও তেওঁলোকৰ মৰমৰ জেঠায়েক নলিনী বালাৰ পৰা সকলো ক্ষেত্ৰতে উপদেশ পৰামৰ্শ লাভ কৰি উপকৃত হৈছিল। নলিনী বালা দেৱীৰ ভনীয়েক মৃণালিনীৰ সন্তান পুলিন চাংকাকতি, ননী চাংকাকতি আৰু বীণা দেৱীকো মাতৃ বিয়োগৰ পাছত মাতৃৰ মৰমেৰে তেওঁ চেনেহৰ ডেউকাৰ ছাঁত আঁৱৰি ৰাখিছিল। নলিনী বালা দেৱীৰ দুই জীয়াৰী উষা দেৱী বৰুৱা আৰু অৰুণা দেৱী বৰদলৈ। উষা দেৱীৰ বৰপুত্ৰ সঙ্গীতজ্ঞ, গীতিকাৰ, সুৰকাৰ মুকুল বৰুৱাই চেনেহী আইতাক নলিনী বালাৰ কাষত বহি আইতাকে ৰচনা কৰা বহুতো গীতক সুৰেৰে সজাই চিৰ যুগমীয়া গীত কৰি তুলিছিল। সেই গীতবোৰে, সুৰবোৰে সুৰৰ আকাশত নিত্য নতুন গীত হৈ, সুৰ হৈ সুৰভি বিলাই ওপঙি থাকিব যুগ যুগলৈ। নলিনী বালাৰ সৰু জীয়াৰী অৰুণা দেৱীৰ পুত্ৰ গীতিকাৰ, সুৰকাৰ প্ৰশান্ত বৰদলৈ এওঁলোক সকলোটিকে তেওঁৰ সাংসাৰিক জীৱনত এডালি চেনেহৰ এনাজৰীৰে বান্ধি আঁকোৱালি লৈ ব্যথাভৰা জীৱনৰ দুখ-বেদনা পাহৰিবলৈ প্ৰয়াস কৰিছিল।

নলিনী বালাৰ কবিতাত শুনো আমি জাতীয় চেতনাবোধৰ প্ৰতিধ্বনি। তেওঁৰ কবিতাৰ মাজত প্ৰকাশি উঠিছিল দেশ ৰক্ষাৰ বাবে সন্মুখ সমৰলৈ আগবাঢ়ি যাবলৈ ভাৰতীয় নাৰীৰ মনত কাহানিও নাছিল যে সংশয়-সংকোচ, ভয় আৰু ভীতি। তেওঁ কবিতাৰেই কৈছিল নাৰীৰ অন্তৰত থকা দেশাত্মবোধৰ কথা। তেওঁ সাহিত্য কাননৰ গদ্য আৰু কাব্যৰ বচা বচা ফুলেৰে মালা গাঁথি গাঁথি কৰিছিল ভাষা জননীৰ কণ্ঠ শুৱনি। 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'যুগ দেৱতা', 'স্মৃতিতীৰ্থ', 'বিশ্বদীপা', 'শেষ পূজা', 'অলকানন্দা', 'পৰশমণি' জিলিকি উঠিছিল তেওঁৰ সৃষ্টি প্ৰতিভাৰ অনাবিল জেউতি। 'পাৰিজাত', 'অভিষেক', 'প্ৰহ্লাদ', 'মেঘদূত', 'সুৰভি'য়ে আমোলমোলাই আছে সাহিত্য ফুলনি। চৰ্দাৰ বল্লভ ভাই পেটেল, মীৰাবাঈ, পুৱতি পোহৰৰ কঁপনিয়ে মৃদু মৃদু সুবাস সিঁচি আজিও দিশে দিশে বিলাই আছে অনুপম সৃষ্টিৰ সুগন্ধ সুৰভি। শান্তি পথ, অন্তিমপুৰ, মানসতীৰ্থ, এৰি অহা দিনবোৰৰ ৰূপৰেখাৰে ভাষা জননীৰ পূজাৰ বেদী উঠিছিল উজ্বলি।

স্বপ্নবিলাসী কবি নলিনী বালাক সুন্দৰৰ অপৰূপ জ্যোতিয়ে বিয়াকুল কৰিছিল। সেই কাৰণে তেওঁৰ গীত আৰু কবিতাত জিলিকি উঠিছিল অপৰূপ সৌন্দৰ্যৰ জিলিকনি। অনন্ত জ্যোতিৰ সন্ধানত তেওঁ যেন শুনিবলৈ পাইছিল ঈশ্বৰৰ অস্তিত্বৰ প্ৰতি পৰম বিশ্বাসৰ গুণগুণনি। তেওঁ আছিল মাটি আৰু মানুহৰ কবি। জনমভূমিৰ প্ৰতি নলিনী বালাৰ প্ৰাণৰ আকুল আকুতি কবিতাৰ ছন্দে ছন্দে, বৰ্ণে বৰ্ণে উঠিছিল বিকশি-প্ৰকাশি। তেওঁৰ গীত আৰু কবিতাৰ ভাষা আছিল অতিকৈ হৃদয় পৰশা, প্ৰতিধ্বনিত হৈছিল তাত আবেগময় আশাৰ বাণী। সেই কাৰণেই তেওঁৰ সৃষ্টিৰ গীত-কবিতাৰ নিভাঁজ সৌন্দৰ্যৰ বৰ্ণনা তুলনাবিহীন, উপমাবিহীন। জীৱনৰ সকলো কামনা-বাসনা সুন্দৰৰ চৰণত অৰ্পণ কৰি অনন্ত বাসনাৰে অপূৰণ কৰ্মৰ ভাৰ বান্ধি বান্ধি পখী হৈ, তৰা হৈ, নদী হৈ, মেঘ হৈ জনমে জনমে বাৰে বাৰে উভতি আহি দুখীয়া জনমভূমিৰ ভগা পঁজাতেই নলিনী বালাই বিচাৰিছিল শান্তিৰে এধানি জিৰণি ল'বলৈ। সেয়েহে জনমভূমিৰ এই পুণ্য আশ্ৰমতে তেওঁৰ ভাগৰুৱা আত্মাই শান্তিৰ শীতল ছাঁয়াত দুচকু মুদি, চিনাকি মাটিৰ চৰণ তুমি চিৰকাংক্ষিত তীৰ্থ জন্মভূমিৰ গুণ-গৰিমাক গীতেৰে-সুৰেৰে বিলাই, আকাশ-বতাহ কঁপাই মৃত্যুৰ পিছতো জনমভূমিৰ জয়গীতি গাবলৈ আশা কৰিছিল। সঁচাকৈয়ে অতীন্দ্ৰবাদী কবি নলিনী বালা দেৱীৰ গুণ আৰু গৰিমাৰ পৰিধি আমি যে নাপাওঁ বিচাৰি।

জীৱনৰ বিয়লি বেলিকা ভাগৰুৱা জীৱনৰ জিৰণি বিচাৰি এৰি অহা দিনৰ কৰুণ-মধুৰ সোঁৱৰণীবোৰ বুকুত সাৱটি তেওঁ জীৱনৰ শেষ দিনবোৰ প্ৰকৃতিৰ শান্ত পৰিবেশৰ মাজত কটাবলৈ নিগাজীকৈ থাকিবলৈ আহিছিল শৰণীয়া পাহাৰৰ বুকুৰ সেই 'স্বপ্নাচল'লৈ। এৰি থৈ আহিছিল নগৰীয়া জীৱনৰ ব্যস্ততাময় কোলাহল। সেউজ সেউজ চৌদিশে সেউজৰ আবেষ্টনীৰ মাজত আছিল তাহানিৰ শৰণীয়া পাহাৰ। বিৰিখে বিৰিখে চৰাই-চিৰিকতিৰ মধুৰ কলৰৱ, আকাশত বগলীৰ শাৰী পাতি উৰি যোৱা মনোৰম দৃশ্য। বহুৰঙী ফুল-ফলেৰে জাতিষ্কাৰ আছিল 'স্বপ্নাচল'ৰ চৌহদ। দূৰণিত কামাখ্যা পাহাৰৰ আঁৰত সূৰ্যাস্তৰৰ সাতৰঙৰ বৰ্ণালিৰ অপৰূপ শোভা। পাহাৰৰ বুকুত জাতিৰ পিতা মহামানৱৰ মণ্ডপ আৰু 'স্বপ্নাচল'ত আছিল সুন্দৰৰ আৰাধনাত ধ্যান মগ্না নলিনী বালা। পূজাৰ বেদীত অগৰু, চন্দন, ধূপৰ আমোলমোলোৱা সৌৰভ। বতাহৰ

বোকোচাত দুৰণিৰ পৰা ভাঁহি অহা অনামী ফুলৰ সুবাস, সুন্দৰৰ পূজাৰিণী নলিনী বালা, তপস্বিনী নলিনী বালা তেনে এক স্বপ্নময় পৰিবেশত সৃষ্টিৰ বাসনাত ব্যাকুল। ভাষা জননীৰ পূজাৰ বাবে ধ্যানৰতা, মহাশ্বেতা নলিনী বালা হৈছিল অধীৰ আকুল। পুৱাতে শোৱা পাটি এৰি পুৱাৰ উপাসনা সমাপ্ত কৰি খোলা খিৰিকীৰে প্ৰকৃতিৰ মনোৰম দৃশ্য চাই চাই গীত আৰু কবিতাৰ মালা গাঁথি আপ্লুত হৈ পৰিছিল নলিনী বালাৰ স্পৰ্শকাতৰ কবি হৃদয়।

তেওঁৰ পুত্ৰ উপেন্দ্ৰ কুমাৰ চাংকাকতি, বোৱাৰী ৰেণুকা আৰু নাতি-নাতিনী প্ৰণৱ, কমল, মালবিকা, ধ্ৰুৱ, মধুলেখা আৰু নাতি বোৱাৰী ইলিৰ স'তে শৰণীয়া পাহাৰৰ 'স্বপ্নাচল'তেই কটাইছিল বিয়লি বেলিকাৰ মধুৰ দিনবোৰ। গীত গাইছিল, স্বৰচিত কবিতা আবৃত্তি কৰিছিল। এৰি অহা জীৱনৰ বহুতো স্মৃতি ৰোমন্থন কৰি নাতি-নাতিনীহঁতক সেই কাহিনীবোৰ কৈ বৰ আনন্দ পাইছিল। কেতিয়াবা মাতৃত্ব স্নেহ-কোমল সান্নিধ্য পাবলৈ লৰৰি আহিছিল 'স্বপ্নাচল'লৈ নলিনী বালাৰ দুই জীয়াৰী উষা আৰু অৰুণা।

নলিনী বালা দেৱী মোৰ মা কমলিনী বৰুৱাৰ খুড়াক (মাৰ বুকুত্তা অৰ্থাৎ বুকুৰ দেউতা) কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ বৰ জীয়াৰী। মাতকৈ তেওঁ ১২ বছৰৰ ডাঙৰ আছিল। মোৰ কাৰণে নলিনী বালা দেৱী আছিল পবিত্ৰতাৰ প্ৰতীক এগৰাকী মহিয়সী নাৰী আৰু মোৰ চিৰ পূজনীয়া মৰমৰ জেঠাইদেউ। শ্বিলঙৰ পৰা আমি যেতিয়া একেবাৰে গুচি আহি গুৱাহাটীৰ চানমাৰীত থাকিবলৈ লৈছিলো, মই প্ৰায়েই 'স্বপ্নাচল'লৈ গৈছিলো জেঠাইদেউৰ ওচৰলৈ। মোৰ লেখাবোৰ জেঠাইদেউক লাজ লাজকৈ দেখুৱাইছিলোঁগৈ। বিয়াৰ পাছত স্বামীৰ স'তে জেঠাইদেউৰ ওচৰলৈ যাওঁতে (তেতিয়া জেঠাইদেউ উপেন্দ্ৰ কুমাৰ চাংকাকতি অৰ্থাৎ সোণটি ককাইদেউৰ চৰকাৰী বাসগৃহত আছিল।) আমাক দেখি জেঠাইদেৱে জোকাইছিল— "কবি আৰু ছবি আহিছে" বুলি। কাৰণ মোৰ স্বামী মাণিক হাতী কাকতিয়ে খুব ভাল ছবিও আঁকিছিল। মোক সোণটি ককাইদেৱে মৰমতে 'কবিতা' বুলি মাতিছিল। জেঠাইদেৱে মাক কৈছিল— "কমি, তাইক স্কুলত মতা নাম 'কবিতা' বুলি দিবি।" কিন্তু তাৰ আগতেই 'গীতা' নামেৰে মোক স্কুলক নামভৰ্তি কৰা হৈছিল তদুপৰি 'গীতা' নামটোৰ প্ৰতি সৰুৰে পৰাই মোৰ বিশেষ দুৰ্বলতা আছিল। জেঠাইদেৱে যোৰহাটলৈ গ'লে

আমাৰ ঘৰতেই থাকিছিল। জেঠাইদেউক লগ পাবলৈ ৰাধানাথ ফুকন, মিত্ৰদেৱ মহন্ত, নীলমণি ফুকন, কুলধৰ চলিহা, হৰিনাৰায়ণ দত্ত বৰুৱা আদি স্বনামধন্য ব্যক্তিসকল আমাৰ ঘৰলৈ আহিছিল। মই তেতিয়া শৈশৱৰ জোন-তৰা-ফুল-পখিলাৰ কবিতা লিখা এজনী ছয়-সাত বছৰীয়া ছোৱালী আছিলো। এদিন মোৰ দেউতা অধিবক্তা যদুনাথ বৰুৱাই জেঠাইদেউক মই লিখা কবিতাবোৰ দেখুৱাইছিল। জেঠাইদেৱে বৰ আমোদ পাইছিল মোৰ 'বনগুটি' নামৰ কবিতাটি পঢ়ি। তেতিয়াৰ পৰাই জেঠাইদেৱে মোক উৎসাহ দিছিল কবিতা লিখিবলৈ। সেই কাৰণেই হয়তো মই শৈশৱৰ পৰাই এই কলমটোক সক্ৰিয়ভাৱে চলাই থাকিবলৈ কিবা এক প্ৰেৰণা পাই আহিছো। জেঠাইদেউৰ লগত কটোৱা বহুতো দিনৰ মধুৰ স্মৃতি মোৰ মানসপটত সজীৱ-সতেজ হৈ আজিও জিলিকি আছে।

জেঠাইদেউ নলিনী বালা দেৱীৰ প্ৰথম কবিতাপুথি 'সন্ধিয়াৰ সুৰ' ১৯২৮ৰ জন্মাষ্টমী তিথিৰ দিনা প্ৰকাশ হৈ ওলাইছিল গুৱাহাটীৰ 'গোপাল বৰুৱা এজেন্সি প্ৰকাশন'ৰ পৰা। 'সন্ধিয়াৰ সুৰ'ক ১৯৪৬ত কলিকতা বিশ্ববিদ্যালয়ে আই. এ. মহলাৰ দ্বিতীয় ভাষাৰ পাঠ্য হিচাপে মনোনীত কৰিছিল। ১৯২৮তে ককাদেউতা কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু কবি, গীতিকাৰ, সাহিত্যিক পদ্মধৰ চলিহাই 'সন্ধিয়াৰ সুৰ'ক ইংৰাজীলৈ অনুবাদ কৰিছিল। 'সপোনৰ সুৰ' ১৯৪২ৰ দ্বিতীয় মহাসমৰৰ বিভীষিকাময় পৰিবেশৰ মাজত প্ৰথম প্ৰকাশ হৈছিল। 'সপোনৰ সুৰ'কো গুৱাহাটী বিশ্ববিদ্যালয়ে বি. এ. মহলাৰ পৰা নমাই আনি 'সন্ধিয়াৰ সুৰ'ৰ ঠাইত দিছিল। আমি গৌৰৱবোধ কৰিছো যে জেঠাইদেউ নলিনী বালা দেৱীৰ বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নথকা স্বত্তেও ঘৰুৱা শিক্ষা-দীক্ষাৰে, সাংস্কৃতিক পৰিবেশেৰে, বিষাদৰ অতুল বৈভৱেৰে, প্ৰজ্ঞা-সাধনা পৱিত্ৰতাৰে আৰু সৃষ্টিশীল প্ৰতিভাৰে উদ্ভাসিত হৈ উঠা প্ৰতিভাময়ী জেঠাইদেউৰ 'সন্ধিয়াৰ সুৰ' আৰু 'সপোনৰ সুৰ'ক কলিকতা বিশ্ববিদ্যালয় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে তেওঁৰ প্ৰতুল প্ৰতিভাক স্বীকৃতি প্ৰদান কৰি প্ৰমাণ কৰিছিল যে সৃষ্টিশীল প্ৰতিভাই কেতিয়াবা নিষ্প্ৰভ কৰিব পাৰে শিক্ষাগত অৰ্হতাকো। তাৰেই জ্বলন্ত উদাহৰণ নলিনী বালা দেৱীৰ 'সন্ধিয়াৰ সুৰ' আৰু 'সপোনৰ সুৰ'। দুয়োখনি পুথিয়ে সৃষ্টিশীল প্ৰতিভাৰ স্বাক্ষৰ বহন কৰাৰ দৃষ্টান্ত। এই দুয়োখনি পুথিৰে প্ৰথম,

দ্বিতীয়, তৃতীয় সংস্কৰণ শেষ হৈ যোৱাত আৰু কাব্যপ্ৰেমী ৰাইজেও বিচৰাত জেঠাইদেউৰ পুত্ৰ সোণটি ককাইদেউৰ ৰৰপুত্ৰ প্ৰণৱ চাংকাকতি আৰু বোৱাৰী ইলিয়ে চতুৰ্থ সংস্কৰণ প্ৰকাশ কৰিবলৈ ডাঃ প্ৰবীৰ কুমাৰ বৰদলৈৰ হাতত তুলি দিছে। নলিনী বালা দেৱীৰ মৰমৰ ভতিজাক ডাঃ প্ৰবীৰ কুমাৰ বৰদলৈয়েও (বোপ ককাইদেউ) অতি নিষ্ঠা, আগ্ৰহ আৰু আন্তৰিকতাৰে দুয়োখনি পুথিকে পুনৰ প্ৰকাশ কৰিবলৈ প্ৰস্তুতি চলাইছে। ডাঃ প্ৰবীৰ কুমাৰ বৰদলৈৰ এই বদান্যতাই আমাক উপহাৰ দিব নলিনী বালা দেৱীৰ যুগজয়ী, কালজয়ী কবিতা পুথি 'সন্ধিয়াৰ সুৰ' আৰু 'সপোনৰ সুৰ'ক। সেয়েহে আমি অধীৰ আগ্ৰহেৰে বাট চাই আছো প্ৰকাশৰ ৰ'দালিত পুনৰ জিলিকি উঠিব খোজা কবিতা পুথিকেইখনৰ মাজত নিহিত হৈ থকা নলিনী বালা দেৱীৰ লালিত্যময় ভাব, ভাষা, ছন্দ, বৰ্ণ, শব্দৰ মাজেদি নলিনী বালা দেৱীৰ কাব্যিক অনুভূতিত জীৱন্ত হৈ উঠা জীৱনৰ উপলব্ধিক, জীৱনৰ সত্যক, হৃদয়ৰ আবেগ-অনুভূতিক, জীৱনবোধৰ গভীৰ অৰ্থক আমি আকণ্ঠ পূৰাই পান কৰি আমাৰ হেঁপাহ পূৰ্ণ কৰিবলৈ। কাৰণ পৱিত্ৰতাৰ পদুম পাহিয়ে সুৱাসিত কৰা, পৃথিৱীৰ কলুষতাই স্পৰ্শ কৰিব নোৱাৰা নলিনী বালা দেৱীৰ কালজয়ী, যুগজয়ী, অবিনাশী সৃষ্টিত বিকশিত হৈছিল আধ্যাত্মিক জগতৰ অনন্ত অনুভূতিৰ অনিৰ্বচনীয় অপৰূপ জ্যোতি। সুকোমল ছন্দৰ গীত-কবিতাৰে তেওঁ ধৰালৈ বোৱাই আনিছিল সুৰৰ অলকানন্দা আৰু কবিতাৰ মন্দাকিনী।

পৰম প্ৰিয়ৰ স'তে বিচ্ছেদত দগ্ধ হোৱা নলিনী বালাৰ প্ৰাণৰ আকুলতাত নিজৰি নিজৰি বৈ আহিছিল কৰুণ ৰসেৰে সিক্ত কবিতাৰ শাৰী— "সঁচাকৈয়ে তুমি বাৰু/প্ৰাণৰ আকুল-ব্যাকুলতা/নোৱাৰা সহিব হেনো?/সঁচা জানো এই কথাষাৰি?/তোমাক মাতিলে হেনো/আতুৰত বৰ দুখ পাই/বেদনাৰে হিয়া ওপচাই/তুমি হেনো দিয়াহি সঁহাৰি........" (সঁচানে) 'সন্ধিয়াৰ সুৰ'।

কেতিয়াবা তেওঁৰ পৰম প্ৰিয় যেন ভগৱানলৈ ৰূপান্তৰিত হয়— "অ' মোৰ পৰম প্ৰিয়!/তুমি ক'ত তুমি, ক'ত ক'ত/ভিখাৰী অধম আজি/হীন বেশ দীন অতি দীন/গৌৰব, দৰপ, অহমিকা/শেষ আজি ধূলিত বিলীন......." (অনাহূত) 'সন্ধিয়াৰ সুৰ'। বিষাদৰ অশ্ৰুৰে দুগাল তিয়াই নিজস্ব প্ৰতিভা, নিজস্ব প্ৰজ্ঞা আৰু বিষাদময় জীৱনৰ অভিজ্ঞতাৰে নলিনী বালাই লিখিছিল বহুতো

গীত, বহুতো কবিতা। পুত্ৰ শোকত ব্যাকুল হোৱা বেদনাময় অনুভূতি কবিতাৰ ছন্দে ছন্দে বৈ আহিছিল নিগৰি নিগৰি। কিযে মৰ্মস্পৰ্শী, কিযে হৃদয়স্পৰ্শী আছিল সেই ভাষা— "আছানে সুখেৰে মোৰ প্ৰাণৰ পুতলী/সিপুৰীৰ অজান দেশত/নাই য'ত জৰা-মৃত্যু ৰোগৰ যাতনা/ দেৱতাৰ অময়াপুৰত/..... দেৱশিশু লগ লৈ ফুৰানে উমলি/ বোটলা নে ফুল কোঁচ ভৰি?/ ধেমালি সামৰি থৈ সন্ধিয়া পৰত/ যোৱা তুমি কাৰ কাষলৈ/ধূলি-বালি মচি কোনে/ মোৰ দৰে বাহু/বুকুত সাৱটি তুলি লয়?......." **(পুতলী) 'সন্ধিয়াৰ সুৰ'**।

মাতৃ হৃদয়ৰ সেই সকৰুণ ধ্বনি যেন আকাশে-বতাহে ওপঙি চৌদিশ বিষাদময় কৰি তুলিছিল। ইয়াৰ পৰাই আমি অনুভৱ কৰিব পাৰো কিমান নিদাৰুণ শোকত জৰ্জৰিত হৈ পৰিছিল নলিনী বালা দেৱীৰ ক্ষত-বিক্ষত হৃদয়খনি।

'সপোনৰ সুৰ'ক উছৰ্গা কৰিছিল তেওঁৰ পুত্ৰ 'পৱিত্ৰ'ৰ নামত। সেই কবিতাটিতো বিষাদৰ কৰুণ কঁপনি প্ৰতিধ্বনিত হৈছিল এনেকৈ— "...... ভৱিষ্যতৰ আশা ৰেণু/ পৱিত্ৰ প্ৰাণত সাঁচি/প্ৰাণ ভৰা উচ্চ অভিলাষ/গাঁথোতে মালতী মালা/তল সৰি জহি গ'লা/নিয়তিয়ে কৰে পৰিহাস/আশাৰ মালিকা গচি/আধা গঁথা পৰি ৰ'ল/পাহিবোৰ জঁয় পৰি যায়/প্ৰাণৰ সুৰভিকণ/দূৰ নীলিমাত মিলি/সপোনৰ আৱেশ জগায়/জীৱন সপোন এটি/কুহেলিকা সপোনৰ /তুমি মই সকলো সপোন/সপোনৰ মায়া খেল/মাৰ গ'ল দিঠকত/তুমি মই আজি ক'ৰ কোন?......." বিচ্ছেদৰ ধুমুহাত বিধ্বস্ত হোৱা জীৱনটোৰ প্ৰতি নলিনী বালাই প্ৰত্যয়দ্দীপ্ত প্ৰেৰণাৰে "তুমি মই সকলো সপোন.......... তুমি মই আজি ক'ৰ কোন?" বুলি সান্ত্বনা লভিছিল। অসীম দুখৰ মাজতো নলিনী বালাৰ কবিতাৰ উদ্দীপ্ত সুৰে তেওঁৰ ভাৱমূৰ্তিক উজ্জ্বলাই তুলিছিল।

আধ্যাত্মিক ভাবত নলিনী বালা দেৱীৰ মন-প্ৰাণ যেতিয়া তন্ময় হৈ পৰিছিল, সুন্দৰৰ অস্তিত্ব যেতিয়া বাঙ্ময় হৈ উঠিছিল তেতিয়াই তেওঁ হৃদয়ৰ সমস্ত আকুলতাৰে সুৰ-ছন্দ আৰু ছাঁ-পোহৰৰ ধূসৰতাৰ মাজত চিৰ সুন্দৰৰ অস্তিত্ব অনুভৱ কৰিছিল এনেকৈ— "তোমাৰ প্ৰাণৰ ৰূপে/উজ্জলায় পূৱেৰুণ/জোন-বেলি-তৰাৰ জেউতি/তোমাৰ অমৰ কণ্ঠ/বিশ্বত ধ্বনিত

হৈ/চিৰকাল গায় মহাগীতি...... স্রষ্টা তুমি জগতৰ/ৰূপৰ পূজাৰী ৰূপে/অৰূপক তুলিছা জগাই অসীমৰ মহাৰূপ, প্ৰাণৰ ৰূপেৰে তুমি/দুচকুত তুলিছা ফুটাই/সুতীব্ৰ প্ৰেৰণা দানি/মানুহে সৌন্দৰ্য সানি/মানুহেই প্ৰতিমা গঢ়িছে......." **(অসীম জীৱন) "সপোনৰ সুৰ"**।

আধ্যাত্মিক ভাবৰ অমোঘ শক্তিৰ বিশ্বাসেৰে ধৰ্ম, অৰ্থ, কাম, মোক্ষ সাধন কৰি ভগৱৎ প্ৰেমৰ উপলব্ধিৰে নলিনী বালা দেৱীয়ে সজ আদৰ্শবোধক উচ্চ স্তৰলৈ নি তেওঁৰ সৃষ্টিসমূহক উদ্ভাসিত কৰি তুলিবলৈ সক্ষম হৈছিল। এইদৰে নলিনী বালা দেৱীয়ে দয়া-ক্ষমা-কৰুণাৰ বিভূতি বিলাই দুখৰ ঐশ্বৰ্য বিভুৰ আশীষ বুলি শিৰত লৈ জনমভূমিৰ গৰিমা গুণগুণাই শৰণীয়া পাহাৰৰ 'স্বপ্নাচল'তেই ইং ১৯৭৭ৰ ২৪ ডিচেম্বৰৰ দিনা নশ্বৰ দেহটি এৰি গুচি গ'ল অসীমলৈ। তেওঁৰ সাহিত্য কৰ্মৰাজি থাকিব উজ্জ্বল হৈ আমাৰ মাজত চিৰদিন, চিৰকাললৈ।

**গীতা হাতীকাকতি**

# তৃতীয় তাঙৰণ কথা

১৯৪২ চনৰ দ্বিতীয় মহাসমৰৰ ভয়াবহতাৰ মাজতেই 'সপোনৰ সুৰ' প্ৰকাশিত হৈছিল। তেতিয়াৰ পৰা সুখে-দুখে আজি দহ বছৰ কাল ৰাইজৰ আশাশুধীয়া আদৰ-সাদৰৰ উপৰিও কলিকতা বিশ্ববিদ্যালয়ৰ মনোনীত হৈ বি-এ মহলাৰ সাধাৰণ পাঠ্য হিচাপে থকাত 'সপোনৰ সুৰ'ৰ প্ৰথম আৰু দ্বিতীয় তাঙৰণ শেষ হৈ যায়। কলিকতা বিশ্ববিদ্যালয়ে আই্ এ মহলাৰ দ্বিতীয় ভাষাৰ পাঠ্য স্বৰূপে মোৰ ৰচিত আন এখন পুথি 'সন্ধিয়াৰ সুৰ' নিৰ্বাচিত কৰিছিল। যোৱা বছৰৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ে 'সপোনৰ সুৰ'ক বি-এ মহলাৰ পৰা নমাই আনি 'সন্ধিয়াৰ সুৰ'ৰ ঠাইত দিছে। বিশ্ববিদ্যালয়ৰ সকলো বিচাৰ মূৰ পাতি লৈ 'সপোনৰ সুৰ'ৰ তৃতীয় তাঙৰণ প্ৰকাশ কৰা হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অনুমতিক্ৰমে এই তাঙৰণৰ পৰা 'গীতিকা' ভাগটি তুলি দিয়া হ'ল।

*অসম* *লেখিকা*

*২৫/১/৫২*

লেখিকাৰ

## প্ৰকাশিত কবিতাৰ পুথি

সন্ধিয়াৰ সুৰ

সপোনৰ সুৰ

স্মৃতিতীৰ্থ— (কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ দেৱৰ জীৱন সোঁৱৰণ)

## অপ্ৰকাশিত পুথি

মেঘদূত— অনুবাদ

শান্তিপথ— প্ৰবন্ধাৱলী

পূৰৰেণু— জাতীয় কবিতাৰ পুথি

সুৰভি— সঙ্গীত কবিতাৰ পুথি

শেষসুৰ— কবিতাৰ পুথি

মীৰাবাঈ— নাটক

# ভূমিকা

'সন্ধিয়াৰ সুৰ' ৰচয়িত্ৰী শ্ৰীযুতা নলিনী বালা দেৱী অসমীয়া সাহিত্যত সুপৰিচিত। তেখেতৰ চিনাকি দিবলৈ পাতনিৰ কোনো আৱশ্যক নাই। তথাপি লেখিকাৰ অনুৰোধ অপৰিহাৰ্য্য ভাবি 'সপোনৰ সুৰ'ৰ বিষয়ে দুটামান আগকথা কবলৈ আগবাঢ়িলো।

এই সৰু কিতাপখনিৰ প্ৰায়বিলাক কবিতা আধ্যাত্মিক ভাবৰ আৰু তাক 'মিষ্টিক' আখ্যা দিব পাৰি। শোকৰ ভৰত জুৰুলা হোৱা ব্যথিত প্ৰাণৰ এটা নিখুঁত সুৰ প্ৰায়বিলাক কবিতাতে পোৱা যায়।

কোনে ক'ব অনাদি কালৰ
কত শত ৰুদ্ধ বেদনাৰ
শান্তিহাৰা কত তাপিতৰ
হুমুনিয়া ভাৰ বান্ধি লৈ
বৈ আহে নিশাৰ সমীৰ

অথবা— আজি শেষ জীৱনৰ
আৰতি দীপত মোৰ
সপ্ত শিখা উঠিছে উজ্জ্বলি,
কলিজাৰ ৰুদ্ধ বেথা
অনল পৰশে জ্বলি
ধূপ ভস্ম যাব তাতে মিলি।

দুখ-বেজাৰৰ বোজাৰ পৰা শান্তি লভিবৰ কাৰণে কবিয়ে বিবেক আৰু যুক্তিৰ অতীত, নিভৃত চিন্তা আৰু ধ্যানৰ পুৰীত আশ্ৰয় লোৱাটো স্বাভাৱিক। কল্পনাৰ ৰহণেৰে ইয়াকে তেওঁ কোনোবা অচিন সৌন্দৰ্যেৰে ভৰা সপোন ৰাজ্যৰূপে আঁকিবলৈ চেষ্টা কৰিছে। যেনে—

কোনে জানে কোনে ক'ব পাৰে
সীমাবদ্ধ মানৱ দৃষ্টিৰ
সৌন্দৰ্য্যৰ ৰূপৰ আঁৰত,

আছে কোন অলকা পাৰৰ
মানসৰ লীলাময় দেশ
কল্পনাৰ সাগৰ পাৰত।

আকৌ,

সিখনি নিদ্ৰাপুৰী
জীৱনৰ সুঁতি উলটি উলটি
আপুনি আহিছে ঘূৰি।
পথিলা পাখিত উঠি
সাগৰ তলিৰে যাব যে লাগিব
নিজান পাৰলৈ উৰি,
সিখনি নিদ্ৰাপুৰী

দুখৰ কৰুণ সুৰ শুনা গলেও 'সপোনৰ সুৰ'ত নিৰাশাৰ ভাব দেখা নাযায়। কবিৰ আধ্যাত্মিক সাহ প্ৰশংসনীয়। মানৱ জীৱনৰ অসীম ভৱিতব্যতাৰ ওপৰত কৰিয়ে বিশ্বাস ৰাখিছে আৰু 'মানুহ-ধৰম'ৰ উচ্চত্ব বখানিছে।

তোমাৰ অসীম যোগ
ভাঙিব নোৱাৰে কেৱে
তুমি চিৰ শাশ্বত অমৰ,
তোমাৰ শকতি লৈয়ে
চলিছে বিশ্বৰ লীলা
কত কল্প যুগ যুগান্তৰ।

'সপোনৰ সুৰ'ত তৰুণৰ ক্ষণিক উচ্ছ্বাস নাই আৰু তৰুণ প্ৰেমৰ লয়লাসো ইয়াত নাই। কিন্তু ইয়াত এটা ধাৰাবাহিক হিয়াভেদী সুৰ আছে। সহানুভূতিশীল পাঠকে তাক সহজে উপলব্ধি কৰিব পাৰিব।

১৬-২-৩৮ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

# উচৰ্গা

পুৱাৰ বাওলী বেলি
উঠোঁতে বাওলী হই
বুৰ দিলে পচিম দিশত
ধূলিৰ ধেমালি এৰি
যৌৱন সোণালী বেলি
উদিছিলে মাথোঁ আকাশত।

আনিছিল প্ৰকৃতিয়ে
ষোড়শোপচাৰ সতে
অভিষেক কুসুম-সম্ভাৰ
ৰূপৰ ৰহণ ঢালি
সজাই পূজাৰ ডালি
ফুলৰেণু বাসন্তী পুৱাৰ।

ভৱিষ্যৰ আশা ৰেণু
'পৱিত্ৰ' প্ৰাণত সাঁচি
প্ৰাণ ভৰা উচ্চ অভিলাষ
গাথোঁতে মালতী মালা
তল সৰি জুহি গলা
নিয়তিয়ে কৰে পৰিহাস
আশাৰ মালিকাগছি
আধা গাঁথা পৰি ৰ'ল
পাহিবোৰ জঁয় পৰি যায়,
প্ৰাণৰ সুৰভিকণ
দূৰ নীলিমাত মিলি

সপোনৰ আৱেশ জগায়।
জীৱন সপোন এটি
কুহেলিকা সপোনৰ
তুমি মই সকলো সপোন,
সপোনৰ মায়া খেল
মাৰ গল দিঠকত
তুমি মই আজি ক'ৰ কোন?
সপোনৰ ভূৰখনি
বাওঁ নিতে সপোনত
পাওঁ গৈ সপোনৰ পুৰ
বুটলি পৰশ-মণি
গাথোঁ মালা সপোনৰ
গাই গাই সপোনৰ সুৰ।
দিঠকত সাজিছিলা
'সপোনৰ সুৰ' নাম
সেয়ে থক সপোন-সুৰত
সপোন পুৰীৰ পৰা
সপোন ৰাগিণী যোগে
গাবা গীত পৱিত্ৰ মধুৰ
লোঁৱা মোৰ 'সপোনৰ সুৰ'।।

---

# সূচী

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| ২৮। মই সুৰ বিশ্ব-বীণাৰ | ... | ৫০ |
| ২৯। জিৰণি | ... | ৫২ |
| ৩০। বাটৰুৱা | ... | ৫৫ |
| ৩১। বিচাৰ | ... | ৫৬ |
| ৩২। অতীত | ... | ৫৯ |
| ৩৩। নাটঘৰ | ... | ৬১ |
| ৩৪। ছাঁ | ... | ৬২ |
| ৩৫। অচিন বাটত | ... | ৬৩ |
| ৩৬। মহাশিশু | ... | ৬৫ |
| ৩৭। মুক্তি-দূত | ... | ৬৭ |
| ৩৮। মানুহ-ধৰম | ... | ৬৯ |
| ৩৯। ব'ৰাগী | ... | ৭১ |
| ৪০। বাস্তৱ আৰু কল্পনা | ... | ৭৩ |
| ৪১। বিহগী | ... | ৭৫ |
| ৪২। অতীত-মাধুৰী | ... | ৭৭ |
| ৪৩। কথা | ... | ৭৮ |
| ৪৪। ৰবীন্দ্ৰ তৰ্পণ | ... | ৮০ |
| ৪৫। যুগ-বেণু | ... | ৮৩ |
| ৪৬। মুক্তি | ... | ৮৭ |
| ৪৭। ভাৰতী | ... | ৮৯ |
| ৪৮। মহাখেলা | ... | ৯৬ |
| ৪৯। মিলন আহুতি | ... | ৯৯ |
| ৫০। যুগ দীক্ষা | ... | ১০১ |
| ৫১। তুমি অসমীয়া, তুমি যদি অসমীয়া | ... | ১০৪ |
| ৫২। মেঘ-দূত | ... | ১০৭ |

# সপোনৰ সুৰ

দিঠক-সপোনৰ মাজেদিয়েই মানুহৰ জীৱনৰ যাত্ৰাপথ। মানুহে সদায় কঠোৰ বাস্তৱতাত বাস কৰিও স্বপ্ন ৰাজ্যৰ সুধা পান কৰিবলৈ ছেগ পালেই উধাও হয়, সেই অনন্ত আলোকৰ ভাৱৰাজ্যলৈ। জড়তাৰ আৱৰণ ভেদ কৰি ক্ষন্তেকৰ কাৰণেও চিৰমুক্ত কল্পনাৰ নাওখনিত শুকুলা পাল তৰি চিন্তামহ অসীম সাগৰত মানস তৰী উটাই দিবলৈ ভাল পায়। এয়েই মানুহ চিত্তৰ চিৰন্তনী ধৰ্ম। মুক্ত চিন্তাত মানুহ-আত্মাই পায় এটি অনাবিল মুক্তিৰ আস্বাদ। দেহ বন্ধনৰ মাজেদি শুনে মুক্তিৰ মহাগান। ধৰা পৰে ক্ষন্তেকৰ কাৰণেও নিজৰ প্ৰাণৰ ৰিণি ৰিণি সুৰ। এইদৰে দিঠকক পাহৰি সপোন ৰাজ্যত পাৰি দিওঁতে প্ৰাণৰ নিৰল কোণত ফুটি উঠা দুটি এটি লাগ-বান্ধ নোহোৱা অনুভূতিবোৰেই মোৰ 'সপোনৰ সুৰ'।

লেখিকা

# সপোনৰ সুৰ

## আৰতি

আদি জনমৰে পৰা টুপি টুপিকৈ সাঁচি
বেদনা হিয়াৰ
জ্বলাই তুলিছোঁ প্ৰিয়! সাঁজৰ আৰতি মোৰ
দেৱালয়ৰ বন্তি তোমাৰ।

আজি শেষ জীৱনৰ আৰতি দীপত মোৰ
সপ্ত শিখা উঠিছে জ্বলিছে
কলিজাৰ ৰুদ্ধ বেথা অনল পৰশে উজ্বলি
ধূপ-ভস্ম যাব তাতে মিলি।

আৰতি জ্বালিলো মোৰ হৃদয়ৰ ৰক্তিম ৰাগেৰে
গধূলিৰ ম্লান এন্ধাৰত—
দীপক সুৰতে মোৰ জীৱনৰ শেষ গীতি
লীন হক সান্ধ্য সমীৰত
ৰেশ থৈ সপোন সুৰত।।

# "দীপ-শিখা"

নিৰ্ম্মল নীলিমা ভেদি
শান্ত সন্ধিয়াৰ
বাজিছে বীণাত মোৰ
নীৰৱে নিভৃতে যিটি
সুৰৰ ঝঙ্কাৰ
সি যদি নহয় প্ৰিয়
আৰতি তোমাৰ,
নালাগে বাজিব তেনে
শঙ্খ ঘণ্টা আৰতি সঙ্গীত।
মন্দিৰ নীৰৱ হওক,
নাগাওঁ আৰতি-গীতি
বন্দনা তোমাৰ।

পুৱাৰ নিয়ৰে ধোৱা
কমল মালতী,
নহ'লে নহয় যদি
তোমাৰ আৰতি;
পূজা উপচাৰ
তেনে কিয় মিছাতেই
ৰুদ্ধ বেদনাৰ
শত অশ্ৰু-ধাৰে ধোৱা
ব্যাকুল হিয়াৰ
প্ৰাণৰ কমল-অৰ্ঘ্য
নিৱেদিছে মানৱে তোমাৰ?
যদিহে নহয় পূজা
অঞ্জলি তোমাৰ।

অনন্ত জীৱন ধৰি
জ্বলিছে যি দীপ-শিখা
দেৱ-দেউলত,
নিভৃত মন্দিৰ জুৰি
জ্বলিছে যি আৰতিৰ
নীৰৱ উৎসৱ,
যদি এই আৰতিত
মন্দিৰ আলোকি মোৰ
নাতৰে এন্ধাৰ;
তেনে প্ৰিয়!
নজ্বলাওঁ মাটিৰ প্ৰদীপ
অভিনয় আৰতি তোমাৰ।

নীৰৱ মন্দিৰ ভৰি
জ্বলে যদি আৰতিৰ
দীপ্তিময় দীপ জ্যোতিৰেখা
মন্দিৰ ঢাকনি ভেদি
জিলিকিব বিয়পিব
সুগোপন আৰতিৰ শিখা—
জ্বলাবা, জ্বলিবা তুমি
অখণ্ড প্ৰদীপ,
শিখা তাৰ অসীম পৰশি
উজ্বলাব এন্ধাৰ মন্দিৰ
নালাগে জ্বলাব আৰু
মাটিৰ প্ৰদীপ
অভিনয় মিছা আৰতিৰ।

---

# অসীম জীৱন

মৰণ নহয় শেষ
জীৱন সমাধি
আৰু আছে জীৱনৰ
অসীম পৰিধি।

অনন্ত কালৰ সোঁত
মানুহ জীৱন
নিয়তিৰ লীলা গতি
কৰে নিয়ন্ত্ৰণ।

সৌ নীলা ওপৰত
চকুৱে নাপায় ঢুকি
মনেও নোৱাৰে সামৰিব,
সৌ যে অলেখ তৰা
আঙুলি পাবত কোনে
পাৰে বাৰু লেখিব বুজিব?

মানুহ জীৱন এটি
অখণ্ড কৰম সোঁত
মহালীলা মহাপ্ৰকৃতিৰ
স্ৰষ্টাৰ অপূৰ্ব্ব সৃষ্টি—
চৈতন্যৰ প্ৰহেলিকা
সুমহিমা বিশ্বৰ শিল্পীৰ।

(হে মানৱ) মৰণৰ লগতে তোমাৰ
জীৱনৰ যৱনিকা
শেষবাৰ নহয় পতন,

প্ৰতি কৰ্ম্ম, প্ৰতি চিন্তা
বিশ্বতৰঙ্গত মিলি
প্ৰকৃতিত তুলিছে স্পন্দন।

প্ৰতিটি স্পন্দনে গৈ
কঁপাই বিশ্বৰ গতি
সৌৰজগৎ খলকায়,
তোমাৰ প্ৰাণৰ ভাষা
জগৎ বিয়পি উৰে
প্ৰকৃতিৰ হৃদয় কঁপায়।

তোমাৰ প্ৰাণৰ ৰূপে
উজ্বলায় পূৱৰুণ
জোন বেলি তৰাৰ জেউতি,
তোমাৰ অমৰ কণ্ঠ
বিশ্বত ধ্বনিত হৈ
চিৰকাল গায় মহাগীতি।

নহয় লীলাৰ শেষ
মৃত্যুৰ পিছতো এই—
দুদিনীয়া ভঙুৰ দেহৰ,
দেহৰ কণিকাবোৰে
মাটিৰ বুকুত মিলি—
প্ৰাণশক্তি দিয়ে জীৱনৰ!

প্ৰাণৰ অনন্ত শক্তি—
বিজুলীৰ লীলা গতি
তাৰ লয় নহয় বিশ্বত,
অদৃশ্য প্ৰেৰণা কত
নেজানা বিলোৱা নিজে

বসুধাৰ উদাৰ বুকত।

তোমাৰ অসীম যোগ
ভাঙিব নোৱাৰে কেবেঁ
তুমি চিৰ শাশ্বত অমৰ
তোমাৰ শকতি লৈয়ে
চলিছে বিশ্বৰ লীলা
কত কল্প যুগ যুগান্তৰ।

গুথিছা কৰম-জাল
প্ৰতি প্ৰতি পলকত
ঘূৰি ঘূৰি লৈছা মেৰাই,
এটি এটি নিমিষত
একো একো জনমৰ
পাতনিৰ ৰহণ চৰাই।

মুকুতি কামনা কিয় ?
বন্ধন কিহৰ ?
মুকুতিও গতিৰেই শেষ
মুক্ত তুমি বন্ধৰূপী
অনন্ত অসীম ব্যাপী
চিৰ সত্য অনাদি অশেষ।

স্ৰষ্টা তুমি জগতৰ
ৰূপৰ পূজাৰীৰূপে
অৰূপক তুলিছা জগাই,
অসীমৰ মহাৰূপ
প্ৰাণৰ ৰূপেৰে তুমি
দুচকুত তুলিছা ফুটাই।

সেই চিৰসুন্দৰৰ
অৰূপৰ ৰূপ-শিখা

কোন দিনা কোনেনো দেখিছে?
সুতীব্ৰ প্ৰেৰণা দানি
মানুহ সৌন্দৰ্য্য সানি
মানুহেই প্ৰতিমা গঢ়িছে।

ই মহা প্ৰকৃতিখনি
কত পুৰা সন্ধিয়াৰ
কত লীলা ৰূপ ৰূপান্তৰ—
জ্বলিছে নভত সৌ
দীপ্ত জোন বেলি তৰা
তড়িৎ স্পন্দন লৈ তোমাৰে প্ৰাণৰ।
তোমাৰ জীৱন-গতি
যদি ৰই যায়
সিদিনা প্ৰলয় হব নাথাকে প্ৰকৃতি
প্ৰাণৰ স্পন্দন যদি
হয় প্ৰতিহত
জোন বেলি মাৰ যাব নাথাকে দীপিতি।।



# নিজা ঠাই

গোটেই পৃথিৱী ভৰমি ফুৰিলোঁ
বিচাৰি সুখৰ ঠাই,
বহু দিন ঘূৰি বিচাৰি বিচাৰি
পালোঁ গৈ এখনি ঠাই,
তাত জোন বেলি নাই।
কোন অজান দেশৰ পৰা—
জেউতিৰ ধল ভাহি ভাহি আহে
নাই তাত জোন তৰা।
সি যে দূৰ— অতি দূৰ
চকুৰে নেদেখি কাণেৰে নুশুনি
নিজান গোপনপুৰ;
নিজান কঁপায় বিজন হিয়াত
বাজে বিমোহন সুৰ
সি যে দূৰ— অতি দূৰ
সপোনপুৰীৰে বাট—
অকলে গলেহে বাট চিনি পায়
লগৰীয়া নাই তাত।
নাই তাত কোনো বাসনাৰ ঠাই
বিচাৰিলে তাত কামনা হেৰায়
নিজকে বিলালে হিয়া ওপচাই
দুগুণে উপচি যায়
সিখনি নেদেখা ঠাই।
সিখনি নিদ্ৰাপুৰী
জীৱনৰ সুঁতি উলটি উলটি
আপুনি আহিছে ঘূৰি
পখিলা পাখিত উঠি
সাগৰ তলিৰে যাব যে লাগিব
নিজান পাৰলৈ উৰি
সিখনি নিদ্ৰাপুৰী।

সেই ঠাইখনি নেপাই বিচাৰি
বিৱেক সাগৰে ৰাখিছে আৱৰি
আছে তাত মাথোঁ পৰশ কোমল
উজ্জ্বল মধুৰতা—
আছে তাত মাথোঁ প্ৰাণ শিয়ঁৰোৱা
নির্জ্জন নীৰৱতা।
প্ৰকৃতি আঁৰেদি
নিজ্ঞান পাৰেদি
সেই পুৰীলৈ বাট—
লগৰীয়া নাই তাত।
বহু বহু দিন বাটকুৰি বাই
পালোঁ গৈ বিচাৰি সেইখনি ঠাই
পৃথিৱী মাজত
জগৎ আঁৰত
এখনি নিজাপী ঠাই
(তাত) কাৰো অধিকাৰ নাই
(তাত) নীৰৱে পৰশে অমিয়া শান্তি—
নিৰলে জিলিকে পৰম কান্তি
সপোনসুৰৰ অমিয়া পৰশে—
চেতনা হেৰাই যায়
সিখনি মায়াপী ঠাই।
(মোৰ) ধিয়ান পাৰৰ সপোনসুৰৰ ভূৰ
উটি গৈ মাৰে ৰূপ সাগৰত বুৰ,
জীৱন মৰণ একাকাৰ কৰি
বাজে অনাহত সুৰ
সিখনি গোপনপুৰ।

---

# বেণুৰৱ

মনবেণু মোৰ বাজিছে আপুনি
সুন্দৰ! তুমি আহিবা।
(মোৰ) মৰু পৰাণত অমিয়া পৰশে
শান্তি-সুষমা ঢালিবা
সুন্দৰ! তুমি আহিবা।

শাৰদী পুৱাৰ সুধা সমীৰত
জগাবাহি নিতে কেতেকী গীতত
সৰগৰ সুধা অমিয়া আহৰি
পুলক পৰশ বুলাবা
সুন্দৰ! তুমি আহিবা।
(মোৰ) হিয়া-সাগৰত কোন সৰগৰ
পৰিছে ছায়াটি তোমাৰ ৰূপৰ
তোমাৰ অধৰ পৰশা সুৰৰ
মোহন মুৰলী বজাবা
সুন্দৰ! তুমি আহিবা।
তুমি আহিবা, আহিবা নিশাৰ বাৱত
জোনাক ৰূপালী সানি বয়ানত
নিশাৰ নিবিড় সমাধি সুৰত
(মোৰ) নীৰৱ বীণাটি বজাবা
সুন্দৰ! তুমি আহিবা।

---

# ধ্যেয়

ত্ৰিভুবন ভৰমি ভৰমি
টুকি টুকি কুসুমৰ হাঁহি
জোনাকৰ উজ্জ্বল জেউতি,
জগতৰ যত সুধা আনি
কলিজাৰ ৰঙা তেজ সানি
গঢ়িছোঁ তোমাৰ প্ৰিয়!
মনোমোহা উজ্জ্বল মূৰতি
সুন্দৰ! তোমাৰ ৰূপ
চাওঁতে চাওঁতে আজি মোৰ
অপলক হ'ল দুটি চকু,
হৃদয় উজাৰ কৰি
গাওঁতে গাওঁতে গীত
স্পন্দনৰহিত হ'ল বুকু!
আজি নাই জীৱন সুৰত
মলয়াৰ মৃদু শিহৰণ
পাৰ্থিৱৰ অতৃপ্তিৰ চিন,
নাই আজি হৃদয়ৰ
আকুলতা মুগুধ আৱেগ
হে সুন্দৰ! তোমাতে বিলীন।।
আজি মোৰ স্থৱিৰ প্ৰাণত
তুমি মোৰ দীপ্ত অনুভূতি
চিৰ জ্বলন্ত সৱিতা,
আজি তুমি অৰূপ ৰূপেৰে
মোৰ চিৰ ধ্যানৰ মূৰতি
মূৰ্ত্ত প্ৰাণৰ কৱিতা।
আজি মোৰ ৰূপেৰে
তুমি চিৰ অসীম সুন্দৰ
ৰূপাতীত ৰূপৰ আঁকৰ

আজি মোৰ প্ৰাণৰ কথাৰ
তোমাৰেই গীত মনোহৰ
ছন্দময় ললিত সুৰৰ।
জীৰ্ণ ই বীণখনি মোৰ
বজোৱা কি সুৰে তুমি
আঙুলি বুলাই
যত কথা যত সুৰ মোৰ
হে সুন্দৰ! তোমাৰে পৰশে
তোমাতে হেৰায়।।

---

# সুৰৰ পৰশ

ৰচি ৰচি সপোন সুৰৰ
কত সুৰ বজালোঁ বীণৰ
নাবাজিলে পৰাণ বীণত,
পৰাণৰ পৰশ বিচাৰি
বাছি বাছি গালোঁ যত গীত
প্ৰাণ তাৰ নেপালো সুৰত।
সাত গছী জীৱনৰ তাঁৰ
বন্ধা ৰল বেসুৰা বীণত
ক'ত সেই তৃপ্তিৰ স্পন্দন?
অজানিত আবেগৰ ঢৌৰে
হিয়া মন উৰুৱাই নিয়ে
ফুটি উঠে বিষাদ কান্দোন।
অৱসাদে ধৰেহি আৱৰি
কিবা সুৰ বাজেহি হিয়াত
প্ৰাণ যেন কেনি বুৰ যায়,
বছা বছা প্ৰাণৰ কথাৰে
গীত এটি জুৰি তুলিলেই
সুৰ তাৰ কেনিবা হেৰায়।
নিজান নিথৰ মাজ নিশা
সপোনত জাগে সুৰলোক
হিয়া তাঁৰ তোলেহি কঁপাই
তন্দ্ৰা ভাগে নেপাওঁ বিচাৰি
সুৰময় মানস মাধুৰী
অসীমত কেনি লীন যায়।
আছে হিয়া, নাই তাত প্ৰাণ
আছে কথা, নাই তাত গান
বাজে সুৰ আবেগ বিহীন,
জীৱনৰ শতেক সঙ্গীত
ব্যৰ্থ হয় শত মুহূৰ্ত্তত

বাজি উঠে ব্যৰ্থতাৰ বীণ।
তোৰ যদি সপোন সুৰত
জীৱনৰ কৰম সোঁতত
নুতুলিলে প্ৰাণৰ স্পন্দন
তোৰ যদি প্ৰাণৰ গীতেৰে
জীৱনৰ মৰু-পথ জুৰি
নকৰিলে অমিয়া সিঞ্চন;
কত দিন কত যুগ ধৰি
মূক বীণা কিৰিলি সাধন
নেভাগিল বীণাৰ জড়তা,
কত নিশা উজাগৰে জাগি
কত সুৰ জুৰিলি ভাঙিলি
ক'ত সেই প্ৰাণৰ পূৰ্ণতা?
গোটা কৰি জীৱনৰ সুৰ
গাইছিলি হিয়া-মন ঢালি
সঁপিছিলি তাতেই জীৱন,
জীৱনৰ গোটেই মাধুৰী
ঢালি ঢালি মৰণ পথত
কত সুৰ কিৰিলি সৃজন।
সি সুৰত পালি জানো প্ৰাণ
গালি জানো গাবলগা গান
পালি জানো কিবা সমিধান
কান্দোনেৰে সাগৰ ৰচিলি
ভগা হিয়া বেথাৰে ভৰালি
পালি জানো সুৰৰ সন্ধান?
যদি তোৰ সপোন বীণত
এটি সুৰ এষাৰি কথাত
ৰূপ দিব পাৰিলিহেঁতেন
বুৰ মাৰি সুৰ-সাগৰত
মণিকূট পৰশমণিৰ
পালি হয় অমিয়া সন্ধান।।

---

# মনৰ পৰশ

সপোনৰে সজা মায়াপুৰী
ৰূপে ৰচা বিজুলী বাতৰি
শত যোজনৰ দূৰ ভেদি
প্ৰাণে আনে প্ৰাণৰ বাতৰি।
সিখনি অৰূপ দেশ
জগতৰ সুখ-স্বৰ্গপুৰী
নাই তাত প্ৰকৃতিৰ শোভা
নাই তাত স্বৰূপ-মাধুৰী।
নাই তাত সঙ্গীতৰ সুৰ
উলাহত আপোনপাহৰা,
নাই তাত বিষাদৰ গীত
দুচকুৰ পানী সৰি পৰা।
মণিময় সি মোহনপুৰী
জগতৰ মূৰ্ত্ত কল্পনাৰ—
মনোময় বিজুলী দেশত
মায়াজাল কৰিছে বিস্তাৰ।
বিজুলীৰ তড়িৎ সঙ্কেত
ত্ৰিভুবনে ভৰমে সদায়
বিজুলীৰ তড়িৎ পৰশ
বুজি লয় নীৰৱ হিয়াই।
লৈ যায় অজানা পথেৰে
কোন দূৰ ভৱন পাৰত,
কোন মূক গোপন পৰাণে
কৰে ক'ত নীৰৱ ৰবত!
চকুৰ বাতৰি নাই তাত
সপোনৰ মোহন দেশৰ
সুগোপন প্ৰাণৰ বাতৰি
সি যে হায় পৰশ মনৰ।।

---

# সুদূৰ স্মৃতি

বুৰ দিলে ভাগৰুৱা বেলি
লুইতৰ মোহনা পাৰত,
সন্ধিয়াই সুনীল আঁচল
পাতি দিলে সুমেৰু-আঁৰত।
ধৰণীৰ বুকু শীতলাই
বৈ যায় গধূলি সমীৰ—
পালটিছে বনৰীয়া পখী
পুৰাতেই এৰি অহা নীড়।
শান্ত তৃপ্ত বুকু বসুধাৰ
সন্ধিয়াৰ নিজান খেণত
জিৰণিৰ নাহিল সময়
ঋণী মই বিশ্ব-দুৱাৰত।
বহু দিন বহু যুগ শেষ
এৰি অহা সুখময় নীড়
বনৰীয়া লতা-ফুলে সজা
মোৰ প্ৰিয় মাধৱী কুটীৰ।
ক্ষীণ সুঁতি এটি নিজৰাৰ
পিৰালি কাষেৰে ঘূৰি ঘূৰি
বৈ যায় ঢৌ ধৰি ধৰি
ঢালি যায় প্ৰীতিৰ মাধুৰী।
সুশীতল শান্তি নিকেতন
পুষ্পময় মালতী বিতান,
সুৰভিত অগুৰু চন্দন
বিহগীৰ মধুৰ সুতান।
জিলিকিছে শান্তি-ছবিখনি
সুদূৰৰ কুঞ্জ কাননত
মৰতত পৰিছেহি তাৰ
ছাঁয়া এটি প্ৰকৃতি ৰূপত।

সুখ-স্মৃতি সপোন-লোকৰ
অতীতৰ কল্পনা মধুৰ
পাহৰণি কোন জনমৰ
বাজে এটি ৰিণি ৰিণি সুৰ।
চিৰ তৃপ্তি ক্লান্ত জীৱনৰ
সাঁচি থোৱা কত যুগ ধৰি
সাৰ্থকতা কত জনমৰ
অফুৰণ মিলন-মাধুৰী।
ৰিণি ৰিণি মনৰ আঁৰত
ক্ষীণ স্মৃতি ক্ষীণ হৈ যায়
ধীৰে ধীৰে ছাঁয়া সপোনৰ
মানসত লীন হৈ যায়।
জীৱনৰ নাই অৱসৰ
শেষ যেন নাই কৰমৰ
বেচা-কিনা কৰোঁতে কৰোঁতে
আজি মোৰ লাগিছে ভাগৰ।
বেহালোঁ কিহৰ বেহা
পাতিলোঁ কিহৰ এই হাট?
আজি মাথোঁ শেষ অৱশেষ
হিয়াজোৰা ঘোৰ অৱসাদ।
দিনে ৰাতি কত অভিনয়
অভিমান অহমিকা লৈ
ধৰণীৰ সুখৰ বজাৰ
দাম-দৰ বেচা-কিনা লৈ।
মৰুময় শুকান বতাহে
কণ্ঠ ৰোধে কলিজা শুকাই
বিশ্বৰ ই ভাৱৰীয়া বেশ
এৰি প্ৰাণ কেনিবা পলায়।
কোন শুভ মহা মুহূৰ্ত্তত
মোৰ চিৰ বাঞ্ছিত ক্ষণৰ
আহি পাব মিলন বাতৰি
কল্পময় সপোন-লোকৰ!

শান্ত হ'ব অশান্ত পৰাণ
মুক্ত হ'ব কৰমৰ পাশ
পাম গৈ চিৰ সাধনাৰ
শান্তিময় অতীত আৱাস।

---

# "কৱি তুমি পূজাৰী সুৰৰ"

বৈ যায় উদাৰ সমীৰ
সসীমৰ সীমা হেৰুৱাই
অসীমৰ পৰশন পাই
কৱি! তুমি সুৰ আৱেশত
গোৱা গীত বীণটি বজাই।
প্ৰকৃতিৰ মৌন লেখা
ধৰণীৰ ধূলি ৰেখা
সৰগ-মাধুৰী সানি
ৰচা কিনো মানসী সঙ্গীত,
গোৱা কিনো গীত?
প্ৰকৃতিৰ জন্ম উৎসৱত
বসন্তৰ উতলা সমীৰে
পুষ্প-বীণা বজালা তোমাৰ
ছন্দময় ললিত সুৰেৰে।
মানসৰ বাসন্তী ৰাণীক
পৃথিৱীৰ পুষ্পকাননত
নন্দনৰ সুৰভি সম্ভাৰে
গীতি-মালা পিন্ধালা কণ্ঠত;
কোন দিনা তমসাৰ
নিজান তীৰত
ধ্যান-মগ্ন তাপসৰ
গভীৰ কণ্ঠত
উঠিল ঝঙ্কাৰি কোন
অপূৰ্ব্ব ক্ষণত
সৃষ্টিৰ ক্ৰন্দন
বিৰহীৰ আকুল বেদন।
উচ্চাৰিলে ঋষিকণ্ঠে
কাব্য গীতি গান—
কৱিয়ে কৰিলে পান

হিয়াত উঠিল জ্বলি
বেদনাৰ ধূপ
ৰচিলে অমৰ ছন্দ
কাব্য অপৰূপ,
সিদিনাৰে পৰা তুমি
পূজাৰী সুৰৰ।

যুগে যুগে মানৱৰ—
পৰাণৰ গোপন কাহিনী,
শত ৰূপে শত সুৰে—
বাজিছে ৰাগিণী
কৱিৰ উন্মাদ বাণী।
অনন্তৰ যোগ-সূত্ৰ—
মহান ধ্যানত
বিয়পিছে বিশ্বময়
বিবিধ ছন্দত।
কৱি! তুমি ক্ষান্তিহীন
গীতি পূজা লৈ
অসীমৰ দেৱ দেউলত,
ধ্যান-মগ্ন কক্ষ আলোকত;
বিৰচিলা সুৰ-অৰ্ঘ্য
চিৰসুন্দৰৰ
কৱি! তুমি পূজাৰী সুৰৰ।।

# জীৱন সুৰদী

অনম-কুসুমে মোৰ
বিশ্ব-অৰণ্যত
মেলিলে যিদিনা পাহি
প্ৰথম উষাত,
সিদিনাৰে পৰা মোৰ
জীৱন সুৰদী
বিচাৰি ফুৰিছোঁ নিতে
সীমাৰেখা ভেদি।

কত বাট অতিক্ৰমি
গিৰি-গুহা ভেদ কৰি
ফুৰিছোঁ বিচাৰি নিতে—
লোৱা নাই এদিনো জিৰণি;
ভৰি লৈ হৃদয়ৰ
শত বেথা-ভাৰ
দুচকু বোৱাই কত
অনন্ত নিশাৰ
অসীম প্ৰান্তৰে কত
তুলিলোঁ বিননি।

কুঁৱলিৰ আঁৰে আঁৰে
তৰালিৰ পাৰে পাৰে
ঢৌ খেলি সাগৰৰ
সুনীল কোলাত
সৰু সৰু ঢৌ হৈ
বাগৰি-জুগৰি গৈ
কতনো ফুৰিলোঁ নাচি
সাগৰ দোলাত।

নেপালোঁ নেপালোঁ তেও
নোপোৱাৰ উৱাদিহ
বাগৰি-জুগৰি মাথোঁ
লাল-কাল হলোঁ,
সীমাহীন জীৱনৰ—
আধৰুৱা গীতবোৰ
বুকুত সাৱটি লৈ
উভতি আহিলো।

এইবাৰ সপোনৰ
জালখনি তৰি লৈ
সপোনৰ সাগৰত
দিলোঁ শেষ পাৰি,
দুধাৰি চকুলো মচি
সপোন দিঠক ৰচি
সাগৰতলিৰ ক'ৰ
মাণিক বিচাৰি।

সপোন-তন্দ্ৰাৰ মোৰ
সপোনপাৰত
সাত ৰঙা সপোনৰ
ইন্দ্ৰ-আলোকত
মোৰ স্বপ্ন সুধা ভৰি
জীৱন-মৰণ জুৰি
জিলিকে সপোনপুৰী
স্বপ্ন-সমাধিত
কোটি কোটি জনমৰ
অনন্ত সাধনা মোৰ
পালে অপৰূপ আজি
সপোন-বাঞ্ছিত।।

# ভিখাৰী

পতা নাই ভিক্ষাপাত্ৰ
বিশ্বৰাজ! তোমাৰ আগত
খোজা নাই প্ৰসাদ তোমাৰ,
অনা নাই অতৃপ্তিৰ
আকুল বাসনা
নাই আজি আকাঙ্ক্ষা হিয়াৰ।
হৃদয়ৰ স্তৰে স্তৰে
শূন্যতাৰে ভৰি
বিষাদিত মলিন মুখেৰে,
পাতিছিলো দুটি হাত
তোমাৰ আগত
দীনহীন ভিকহু বেশেৰে
সেই দিনা নিকৰুণ
নিঠুৰ হাতেৰে
প্ৰতিখনি দুৱাৰ ৰোধিলা,
বিষাদৰ হলাহল
ঢালি হিয়া জুৰি
যাতনাৰ জুই জ্বালি দিলা।
ভিখাৰীৰ শুদা পাত্ৰ
দলিয়াই আহিলোঁ আঁতৰি
শূন্য হিয়া শুদা হাত লৈ
যাতনাৰ কণ্ঠ ৰোধ—
কৰি কৰি জীৱন যুঁজত
ভাগৰিলোঁ লাল-কাল হৈ।
আজি পতা নাই হাত
প্ৰিয়! তোমাৰ কাষত
হৃদয়ৰ নাই ব্যাকুলতা,
বিসৰ্জ্জিলোঁ ভিক্ষা মোৰ
জীৱনৰ সমাধিক্ষেত্ৰত

আজি মোৰ নাই কাতৰতা।
(আজি) নাই একো আশা মোৰ
তৃষা নাই পৰাণত
সুধাময় শান্ত ই জীৱন
ঘূৰি দেখোঁ প্ৰতি পাত্ৰখনি
উপচি পৰিছে
তৃপ্ত তনু প্ৰাণ-মন।
চিৰশান্তি, নাই আকুলতা
নাই হাঁহাকাৰ
নাই আশা অথিৰ হিয়াৰ
হিয়া জুৰি নিজৰি পৰিছে
শান্তিৰ নিজৰা
সৰগৰ মন্দাকিনী ধাৰ।
দুচকুত বিশ্ব-জগতৰ—
অমৃত দুৱাৰ
তুমি আজি দিছা মোকলাই,
হৃদয়ৰ প্ৰতি পাত্ৰখনি—
তৃপিতি-প্ৰসাদে
প্ৰিয় মোৰ! দিছা ওপচাই।
আজি পূৰ্ণ প্ৰাণত মোৰ
তোমাৰ অমৃত সুধা
ভৰি উঠে— আৰু যে নধৰে,
তথাপিও শীতল চন্দন ধাৰ
আঁজলি ভৰাই
ক'ৰ পৰা ঢালা আঁৰে আঁৰে!
চৰম সুধাৰ পাত্ৰখনি
উজাৰি যিদিনা
ধৰিবাহি মোৰ অধৰত
প্ৰিয়তম! সেই সিদ্দিনাও
চিৰৰিক্ত ভিখাৰী তোমাৰ
থাকে যেন আঁতৰি দূৰত।।

# প্ৰতিধ্বনি

কোনো এটি মুহূৰ্ত্তৰ
অজান প্ৰেৰণা আহি
বিজুলীৰ পৰশ বুলাই
ৰিণিকি সুৰেৰে যেন
প্ৰতিধ্বনি তুলি থৈ যায়।
নিথৰ নিশাৰ বুকু
এন্ধাৰৰ ক'লা বুকু
ভেদ কৰি ক'ৰ পোহৰত
দূৰান্তৰ ক্ষীণ স্পন্দনত
ঢৌ তোলে নিশা সমীৰত।

নয়নৰ দৃষ্টিৰ আঁৰত
কোনে কব কিবা কাৰণত
কোন দূৰ সুদূৰ পাৰৰ
ভাহি আহে ৰিননি কিহৰ
কোনে জানে কাৰ বা প্ৰাণৰ।

কোনে জানে এই ধৰণীৰ—
ৰূপৰ আৰত আৰু কত—
ৰূপ-ছবি আছে বা লুকাই,
অদৃশ্যৰ কত অভিনয়
কত ছবি উঠে, মাৰ যায়।

কোনে কব? কোন ক্ষণিকৰ
অশৰীৰী প্ৰাণৰ গীতৰ
মূক বাণী আহি হৃদয়ৰ
মূৰ্ত্ত হৈ পৰাণ বীণত
কিহৰ লহৰী তুলি যায়!

সীমাহীন ভাৱ সাগৰৰ—
এটি দুটি সৰু ঢৌ উঠি
সুৰ তোলে মানৱ হিয়াত
ৰূপ লয় কৰি কল্পনাত
কোনে জানে কাৰ প্ৰেৰণাত?

কোনে জানে কোন বিৰহীৰ
বেথাভৰা বিৰহ সঙ্গীত
ছন্দে-গানে হৈ মুখৰিত
সুৰ তোলে মোৰ ই বীণাত
বাজিছিল কাৰ বা হিয়াত।
কোনে কব অনাদি কালৰ
কত শত ৰুদ্ধ বেদনাৰ
শান্তিহীন কত তাপিতৰ—
হুমুনিয়া ভাৰ বান্ধি লৈ
বৈ আহে নিশাৰ সমীৰ।
ধৰণীৰ তিতে বুকু
শাওণৰ বৰষাত
সাঁচি থোৱা কত যুগ ধৰি
দুচকু উপচি পৰা—
চকুলোৰে বিশ্ব-বিৰহীৰ
কত দীন ব্যৰ্থ জীৱনৰ
কত আশা, কত বেথা সুৰ
প্ৰতিটি পলকে আহি
পৰশেহি প্ৰাণৰ তাঁৰত
বৈ থাকে মনৰ আঁৰত।
জীৱনৰ কত প্ৰেম-প্ৰীতি
হৃদয়ৰ কত ৰূপ-স্মৃতি
ব্যৰ্থতাৰ শত প্ৰতিঘাত
মহাকাশ কৰিছে ধ্বনিত
কত গীত নপৰা কাণত।

কোনে জানে, কোনে কব পাৰে
সীমা বন্ধা মানৱ দৃষ্টিৰ
সৌন্দৰ্য্যৰ ৰূপৰ আঁৰত
আছে কোন অলকা পাৰৰ
মানসৰ লীলাময় দেশ
কল্পনাৰ সাগৰ পাৰত।

---

# মহামুক্তি

জীৱনৰ মহা শূন্য কোন দিনা হব পূৰ
কিয় কান্দ অশান্ত পৰাণ,
দেহৰ সীমাত বন্ধা ই কোন অসীম তৃষা
কোনে গায় অনন্তৰ গান ?
কি লাগে, কি লাগে হেৰ অশান্ত বিহগী তোক
কিনো তই ফুৰিছ বিচাৰি ?
কত জন্ম জন্মান্তৰ ত্ৰিদিব ভৰমি তই
ফুৰিছিলি আপোন পাহৰি।
ই কিনো আকুল ক্ষুধা চাতকী-হৃদয় তোৰ
কিহে তোৰ প্ৰাণ শীতলাব
কত যুগ যুগান্তৰ ধৰি কত সুধা পান কৰি কৰি
নোৱাৰিলি হেপাহ পূৰাব।
জুৰুলা দেহৰ সাঁজা নোৱাৰে সহিব আৰু
তোৰ এই মহা অভিযান
ছিঙি দে ছিঙি দে আজি অৱশ দেহৰ বান্ধ
শেষ হক বিৰহৰ গান।।

---

# সাগৰ পাৰত

সৌ যে সুনীল ৰেখা চকুৰে নোপোৱা দেখা
সমুখত জলধি অসীম—
জীৱনৰ মৰণৰ সেয়ে নেকি শেষ সীমা ৰেখা?
সৌ সিপাৰেই ঢকা, নীল যৱনিকা আঁকা
মৰণ ছাঁয়াৰে ভৰা অসীমৰ ঘন এন্ধাৰত
মিলিছে মাটিৰ ৰেখা আকাশ বুকুত।
জীৱন চগাটি উৰি, জাপ দিয়ে জলধিত
লীন হয় নীল সাগৰত
লহৰীমালাই লয় সাৱটি বুকত—
মাটিৰ পৰশ সনা, জীৱন-সুৰভি
মিলি যায় সাগৰৰ, হিম সমীৰত।
কোনে যেন কৈ যায় কৰুণ সুৰত
আকাশে বতাহে নীলিমাই— 'বিদায় বিদায়'।।
দেহৰ বান্ধোন ছিগি, উৰি যায় প্ৰাণ পৰিমল
মাটিৰ সপোনখিনি সাথী লৈ জীৱন সমল।
জীৱন সঁফুৰা চিন, দিঠকৰ মৰুৰ সপোন।
দুদিনীয়া মৰতৰ, হাঁ-হুতাশ বিফল কান্দোন
মাৰ যায় পাহৰণি কালৰ সোঁতত।।
সমুখত গৰজিছে কাল সাগৰৰ আৱাহন—
শুনো যেন মৰণৰ গীত,
জীৱনৰ বিভীষিকা— নিয়তিৰ বিদ্ৰূপ ইঙ্গিত।
আহিছে গৈছে কত সাগৰৰ উৰ্ম্মিমালা
থৈ যায় চিন এটি, প্ৰতি ঢৌৱে সাগৰ বেলাত।
সেই দৰে জীৱনৰ প্ৰতি ভাৱ প্ৰতিটি ভঙ্গীয়ে—
হাঁহি মাত ৰূপৰ স্মৃতিয়ে—
পাৰি যায় ৰেখাবোৰ, বিষাদীৰ বিৰহী হিয়াত।

---

# প্ৰাণস্পৰ্শ

কোনে হেন কৈ যায় কাণে কাণে নিফুট সুৰেৰে
তুমি হেৰা নোহোৱা তোমাৰ
তুমি ক'ত? তুমি এটি জ্বলন্ত স্পন্দন
বসুধাৰ চেনেহী কোলাৰ।
তুমি যাবা? যাবানো কলৈ?
তুমি যে জগৎ জুৰি বোৱা
জোন বেলি গ্ৰহ তৰা বিজুলী শিখাত
জোনাকীত পোহৰ বিলোৱা।
তুমিয়েই মলয়াৰ শীতল বাৱত
ঢালি দিয়া সুৰভি বুকুৰ,
তুমিয়েই সানি দিয়া সন্ধিয়া পৰৰ
শীতলতা সন্ধিয়া বাৱৰ।
জোনালী ৰাতিৰ তুমি জোনাকৰ প্লাৱনৰ
জুৰি থকা কোমল পৰশ
নিথৰ নিশাৰ তুমি ধীৰ গভীৰতা
তন্দ্ৰাতুৰ সপোন হৰষ।
এন্ধাৰৰ ছয়া তুমি ঢাকনি ৰূপৰ
বুৰ যোৱা অতল তলত
গভীৰ সমাধি তুমি ধিয়ান পাৰৰ
সুৰ তুমি সপোনলোকত।
তুমিয়ে বজোৱা নিতে কিন্নৰ বীণত
সপোনৰ গীত সুললিত—
আৱেশত তন্দ্ৰাতুৰ দুটি নয়নৰ
ৰূপ দিয়া কল্পনাপুৰীত।
দূৰ দূৰান্তৰ তুমি সোণোৱালি সেতু
বান্ধা ভেদি স্থূল আৱৰণ
তুলি লৈ কল্পনাৰ ৰূপালী ভূৰত
কল্পলোক কৰা বিচৰণ।

শুনোৱা সদায় তুমি অমৰাৰ বাণী
অসীমৰ আনা অনুভূতি,
সুপ্ত কৰি ক্ষন্তেকৰ সজাগ জীৱন
দীপ্ত কৰা আতমাৰ গতি।
সপোন লীলাৰ তুমি মধুৰ পৰশ
মূৰ্ত্ত ছবি স্মৃতি ভঁৰালৰ,
বই আনা অসীমৰ মাধুৰী অমিয়া
শান্তি-সুধা ক্লান্ত জীৱনৰ।
পুৱতীৰ আকাশৰ শুকতৰা তুমি
প্ৰাণৰূপী জীৱন পথৰ
ব্ৰহ্ম মুহূৰ্ত্তৰ তুমি সৰগ সমীৰ
পৰাণপৰশ জগতৰ।।

---

# মৰণ-অমিয়া

জীৱন পাৰৰ মুখৰ সপোন
মৰণ অমিয়া মিলন সেতু—
অভিশপ্ত এই জীৱনত মোৰ
উৰোৱা তোমাৰ মঙ্গল কেতু।
প্ৰিয় তুমি মোৰ আহিবা যিদিনা
শান্তি চন্দন হাতত লৈ—
মচি দিবা মোৰ চকুলো দুধাৰ
শীতল হাতৰে দিবাহি ধুই।
জগতৰ তুমি চিৰ ভয়াবহ
তুমি মোৰ চিৰ আনন্দ খনি
মৰণ মদিৰা ব্যাকুল প্ৰাণত
ঢালাহি তোমাৰ শীতল পানী।
তোমাৰ আশাতে বাট চাই চাই
গণিছো সদায় যাত্ৰা পথ,
কোন সি ক্ষণত মোৰ বাবে বাৰু
আহিব তোমাৰ বিজয় ৰথ!
বৰণ-মালাৰ পাৰিজাত লৈ
শান্তি ৰূপেৰে দিবাহি দেখা
অনন্ত নিদ্ৰাৰ অমিয়া তোমাৰ
কাহানিনো মোক পিয়াবা সখা?

---

# বৃন্দাবনত

হে শ্যাম সুন্দৰ
জীৱন সাঁজৰ
আৰতি-প্ৰদীপ আনিছো জ্বালি
তনু মনে প্ৰাণে
পঞ্চ পৰাণে
আৰতিৰ শিখা উঠিছে জ্বলি।
গোটেই জীৱন
কুঞ্জ বিতানত
বাজিছে তোমাৰ মোহন বেণু
পুলকিত লাগি
কমল মালাৰ
চন্দন সুৰভি পৰাগ ৰেনু।
আকুল হিয়াত
পুলক পৰশে
বন্দনা তৱ উঠিছে জাগি
বেদনা আতুৰ
বিয়াকুল চিত
কমল পদৰ পৰশ মাগি।
তোমাৰ মোহন
মধুৰ হাঁহিৰে
উপচি পৰিছে ধৰণী তল;
বৃন্দাবনত
হেৰোৱা সুৰৰ
আকৌ উলটি আহিছে ঢ'ল।
এই গিৰি বন
কালিন্দী যমুনা
মলয় সুৰভি বৃন্দাবন
অভিৰা নয়না
সৰলা গোপীৰ

বিৰহী হিয়াৰ কৰুণ তান।
ৰাস মণ্ডলত
বাজিছে মুৰলী
শাৰদী শৰৎ পূৰ্ণিমা ৰাতি,
তোমাৰ প্ৰেমৰ
ধূপ চন্দনৰ
আৰতিত জ্বলে পঞ্চ বাতি।
তোমাৰ মোহন
মুৰলী সুৰত
অধীৰ হৃদয় আকুল প্ৰাণ—
শতেক বান্ধোনে
নোৱাৰে বান্ধিব
তোমাৰ প্ৰেমৰ আহিলে বান।
তোমাৰ মধুৰ
মুৰলীৰ সুৰ
পৰশিছে যাৰ মৰম তল—
পাৰে নে ৰোধিব
মানৱ প্ৰাণৰ
মুদিত কমলে মেলিলে দল।
তোমাৰ প্ৰেমৰ
অৰুণ শিখাৰ
নয়নত আহি লাগিলে বোল
সুন্দৰ! তোমাৰ
ৰূপত শিয়ৰে
প্ৰতি ৰেণু সতে ধৰণী তল
প্ৰতি শৰদত
প্ৰতিটি গীতত
বাজিছে শ্যামৰ মুৰলী সুৰ—
হিয়াই হিয়াই
বাজে মন বেনু
নহয় সুদূৰ নহয় দূৰ
প্ৰতিধ্বনি মুখ

শ্যামৰ প্ৰভাৱে
জিলিকে শ্যাম স্মিত আভা,
পুৱা সন্ধিয়াৰ
শান্ত সুষমাত
উজ্বলে শ্যামৰ মধুৰ শোভা।
নিভৃত নিধু
কুঞ্জ দুৱাৰত
পাতিছা প্ৰেমৰ মোহন মেলা,
সুন্দৰ! তোমাৰ
নীৰৱ পৰশে
খেলিছে প্ৰাণত বিজুলী খেলা
এয়ে বৃন্দাবন
প্ৰেমৰ সৰগ
সাধনা পূত তীৰ্থ-ৰেণু,
আজিও শ্যামলা
যমুনা তীৰত
বাজিছে শ্যামৰ বিৰহী বেণু।
বৃন্দাবনৰ
কুঞ্জ কাননত
চৰিছে ধৱলী শ্যামলী ধেনু
গোপাল বালকে
যমুনা বালিত
বনমালা পিন্ধি বজায় বেণু।
আজিও বৈছে
কালিন্দী যমুনা
কৃষ্ণপ্ৰেমৰ লহৰী তুলি—
আজিও ভকতে
ধূলিত বাগৰি
সানিছে গোপিনী চৰণধূলি।
অতীতৰ সেই
মধু-বৃন্দাবন
মোহন শ্যামৰ মুৰলী তান—

মন বীথিকাত
মুঞ্জৰি উঠিছে
তমাল বনৰ ময়ূৰী গান।
হে চিৰ সুন্দৰ!
কুটীৰত মোৰ
বাজিছে তোমাৰ নেপূৰ ধ্বনি—
গুপ্ত হিয়াৰ
নীৰৱ বীণাত
বুলালা প্ৰেমৰ পৰশমণি।।

---

# নিবিড় পৰশ

ইমান নিবিড় মধু
পৰশ তোমাৰ
প্ৰতিটি পলকে মোৰ হিয়া ওপচোৱা
জানো প্ৰিয়! কত ভাল পোৱা।
তেনে মোৰ ভগা বীণখনি
অত করুণতা সানি কিয়নো বজোৱা?
যদি ভাল পোৱা!
তেনে মোক কিয়নো কন্দুৱা?
কি লাভ তোমাৰ
মোৰ শোকসাগৰৰ
ৰচি পাৰাবাৰ?
বৈ বৈ চকুৰ লোতক
সাগৰ উপচি গ'ল
সৰু হিয়াখনি মোৰ
ভাগি গ'ল বিৰহ দুখেৰে
দুখ পোৱা যদি তুমি নোৱাৰা সহিব
কৰি যত জীৱনৰ মাধুৰী হৰণ
ঢাকি দিলা কিয় ই জীৱন
এন্ধাৰৰ ক'লা ডাৱৰেৰে?
হে মায়াৱী!
কি লাগে তোমাক?
জীৱন উষাৰে পৰা
বিচাৰিছা অমিয়া কিহৰ?
জীৱনৰ প্ৰতি পাত, পাত পাত কৈ
নুপূৰেনে হেঁপাহ তোমাৰ?
সকলো হৰিছা মোৰ
তথাপি তোমাৰ কিয়
অন্ত নাই দুৰ্ব্বাৰ ক্ষুধাৰ?
ভাল পাওঁ!

সেয়ে যদি অপৰাধ
এই অপৰাধ মোৰ
হওক চিৰ গৌৰৱ-মুকুট।
দিবলৈ আৰু একো নাই—
জীৱনৰ যত গন্ধ গীত
উজাৰি উজাৰি আনি
তোমাৰেই ৰচিলোঁ সঙ্গীত।
দিয়া সমিধান!
তোমাৰ ই চিৰকৰুণাৰ—
কিহেৰেনো
দিম প্ৰতিদান?
গোটেই জীৱন ধোৱা
সন্তাপৰ চকুলো দুধাৰ
এয়ে মোৰ মালা মুকুতাৰ
এয়ে মোৰ অৰ্ঘ্য শেষ বাৰ
জীৱন পূজাৰ
পেলালো মলচি—
আৰু নকৰো বেজাৰ।
পাৰ্থিৱৰ চকুলোৰ
নপৰে নিজৰি যেন
সন্তাপৰ শোক-অশ্ৰুধাৰ।
জীৱনৰ অৰুণ পুৱাত
কান্দিছিলো মাটিৰ কোলাত
তোমাৰ প্ৰেমৰ প্ৰতিদান
শোকৰ ই মহাবজ্ৰাঘাত
নিৰ্ম্মালি শিৰত লৈ
যাব পাৰোঁ যেন হাঁহি
তোমাৰ কাষলৈ,
ভৰি লৈ হিয়াজোৰা
তোমাৰেই নিবিড় পৰশ
মোৰ শেষ জীৱনৰ
সন্ধিয়াৰ বিদায় বেলাত।।

---

# প্ৰতিঘাত

বহু দিন মাতিছিলা
শুনা নাই তোমাৰ আহ্বান
হিয়াৰ তাঁৰত বজা নাই
শুনা নাই সেই মহাগান।
ৰিণিকি পৰশে আহি তোমাৰ মুৰলী
জগাই আবেশ তুলি নিদিয়ে চেতনা,
মাজে মাজে সাৰ পাওঁ
পাতো কাণ কোৱালত হওঁ আনমনা।
সেই বাবে সেই বাবে নেকি?
টানকৈ কৰিলা আঘাত
বাজে যেন বহু পৰলৈ
আঘাতৰ তীব্ৰ প্ৰতিঘাত।
জীৱনৰ শেষ ক্ষণলৈ
থাকে যেন নিঠুৰ যাতনা,
নাহে যেন শেষ দিনলৈ
টোপনিৰ অসাৰ বাসনা।
দুখত ৰাওলী হিয়া
যাতনাৰ হিয়াৰ বিননি
নেযায় নপৰে ওৰ
বাজিব ই ভগা বীণখনি।।

---

# মইতো নেগাওঁ গান

মইতো নেগাওঁ গান
কোনে জানো গায় মোৰ
পৰাণৰ গোপন আঁৰত,
মইতো নেজানো নিজে
কোনে মোৰ প্ৰাণ-বীণ
বাই যায় নজনা সুৰত।
মইতো নকওঁ কথা
কোনে জানো কঁপাই কঁপাই
তোলে প্ৰতিধ্বনি—
মইতো নেকান্দো নিজে
কোনে জানো হিয়া ভেদি
তোলে মোৰ কৰুণ বিননি।
বিনন্দীয়া প্ৰকৃতিৰ
ৰূপৰ পোহাৰ মেলি
চকুত কোনেনো দিয়ে যাকি,
নেচাওঁ নেদেখো মই
দৃশ্যমান জগতৰ শোভা
ৰূপ-ছবি কোনে দিয়ে আঁকি?
কোনে জানো মোৰ এই
শীতল সাগৰ জুৰি
তোলে ঢৌ লাহ-বিলাহৰ
নজনা-নুশুনা ক'ৰ
অচিন বাতৰিবোৰ
ভাহি আহে কোন বা দেশৰ!
দুচকু জপাই ধৰি
কলা-ঘুমটীয়াকৈ
কৰে কোনে নিথৰ অসাৰ,
নেজানো কোনেনো মোক
সপোন ভূৰত তুলি
কৰে কোন সাগৰৰ পাৰ!!

---

# তৰা হৈ ফুলি ৰম

সৌ দূৰ নীল গগনত
সন্ধিয়াৰ তৰাৰ লগত
এই বাৰ তোমাৰ কাষত
ফুলি ৰম জেউতি চৰাই
মাটিৰ হেপাহ আৰু নাই।
ফুলি ৰম নীলা আকাশত
জোনাকীৰ সোণালী ৰঙত
পুৱতীৰ পোহৰ আঁৰত
মুখখনি থম লুকুৱাই
উষাই হেঙুলী সানি
দিব তাতে জেউতি চৰাই।

পৃথিৱীৰ দিনৰ কোৰাল
নেলাগে দেখোন মোৰ ভাল
মই নিতে জেউতি চৰাম
সুনীলিম শান্ত সন্ধিয়াৰ
টানি লৈ ওৰণি নিশাৰ।

মই ৰম আকাশী ৰথত
জগতৰ যোজন আঁৰত
নিতৌ সন্ধিয়া আহি
জুমি চাম আকাশৰ পৰা—
মৰমৰ সেউজীয়া ধৰা।

এন্ধাৰত অকলে অকলে
ফুৰি ফুৰি দূৰ দূৰণিত
মাজ নিশা নিজান পৰত
জুৰ লম তোমাৰ কাষত
সীমাহীন শূন্যৰ বুকুত।।

---

# মহাগীতি নহয় নীৰৱ

কোৱা কথা নহবা নীৰৱ
গোৱা-গীত গোপনবাদক
সুৰভৰা পৰাণ বীণত
ভৰি থক সপোন দিঠক।
মোৰ এই ভগা বীণখনি
কত সুৰে বজাবা সুন্দৰ?
কত শত ৰুদ্ধ অনুভূতি
তুলিবানো ফুটাই সুৰৰ।
মিলনৰ সুৱদী সুৰত
পুৱতীৰ হেঙুলী আভাত
পাৰিজাত ফুলালা কতনো
উৎসৱৰ বসন্ত নিশাত।
প্ৰকৃতিয়ে সজালে সিদিনা
পুষ্পময় শেৱালী সম্ভাৰে
মোৰ বীণ বজালা সিদিনা
প্ৰভাতৰ পূৰৱী সুৰেৰে!
শোক-তাপ মৰণ-দহন
ভয়-লাজ মান-অপমান
বজালা ই বীণখনি লৈ
মিলনৰ বিৰহৰ গান।
আজি এই ম্লান সন্ধিয়াৰ
নিষাদৰ উদাস সুৰত
ছন্দহীন ভগা বীণ মোৰ
বাজে আজি আকাশ বুকত!
ছিঙি যত ছন্দৰ বান্ধোন
প্ৰাণ-বীণ আপুনি বাজিছে,
ত্ৰিদিৱৰ যত অনুভূতি
পৰাণৰ সুৰত ভাহিছে।
নুমালে জীৱন দীপ-শিখা

বুৰ যাব ক্ষীণ জ্যোতিৰেখা,
এন্ধাৰৰ অতল তলত
মাৰ যাব শত স্বপ্নলেখা।
প্ৰাণ সুৰ প্ৰাণতে মিলিব
বুৰ যাব কালৰ সোঁতত
সাগৰ সোঁতৰ পানী ঢৌ
মিলি যাব পানীৰ লগত।
প্ৰকৃতিৰ যত অৱদান
প্ৰকৃতিক গতাম যিদিনা—
শেষ গীত বিদায় পৰৰ
গাই যাম পুনৰ সিদিনা।
সেই দিনা পৃথিৱী বুকুত
বাজি এটি উদাসীন সুৰ—
প্ৰতি প্ৰাণ কঁপাই তুলিব
জীৱনৰ শেষ সুৰে মোৰ।
মানুহ উপাধি মোৰ
থৈ যাম মাটিৰ কোলাত
লৈ যাম বীণখনি মোৰ
গাবলৈ অনন্ত মেলাত।
আঁতৰিব স্মৃতি জানো
চিৰ প্ৰিয় মাটিৰ বুকৰ—
পাহৰিম পৃথিৱীৰ
প্ৰীতি-প্ৰেম আপোন জনৰ।
পাহৰিম জগতৰ
ফুল-পাত আনন্দ-পোহৰ—
বিস্মৃতিত বুৰ যাব
মানৱত্ব চিৰজীৱনৰ।
পৃথিৱীৰ হাঁহি-খেলা
হ'ব এটি স্বপ্ন প্ৰহেলিকা,
সুৰৰ সমষ্টিৰূপে
হ্ম গৈ বিশ্বৰ গীতিকা।

কোন আদি সৃজনৰ
সাগৰৰ অনাদি সঙ্গীত
কিয় জানো বাজে মোৰ
বৈ বৈ হিয়াৰ তলিত।
চিৰদিন সমতালে
উঠে গীতি ৰক্ত সাগৰৰ
কোনো কালে নহয় নীৰৱ
মহাগীতি দেহ জগতৰ।।

---

# মিনতি

কিমান গাঁথিম আৰু সৰা শেৱালীৰ
লেৰেলা ফুলৰ মালা ছিগা সূঁতা জুৰি
যক ছিগি নোজোৰোঁ নেগাথোঁ মালা মোৰ
ভুলৰ ৰচনা মাথো মালাৰ মাধুৰী।
উঠিছে সপোন ঢৌ সাগৰ দোলাত
উঠোঁ নামো তল যাওঁ, আকৌ ওপঙো,
এয়ে ভাল, খেলিছোঁ সপোন খেলা
সপোনৰ সাগৰ বুকুত আকৌ নেভাঙো।
নেজানো কিহৰ এই চিকি-মিকি খেলা
তুন্দ্ৰাতুৰ জীৱনৰ আৱেশ মিলোৱা—
বুৰ যাওঁ, কোনে যেন তুলি দিয়ে ফুলৰ ভুৰত
সৰগৰ পাৰিজাত আমোলমোলোৱা।
আহে ক'ৰ দূৰণিৰ ৰিণি ৰিণি ৰিণি
বাউলী সুৰেৰে গোৱা বলিয়া মুৰলী—
নুবুজা নুশুনা যেন অবুজ মাতৰ
কিবা কিবি কথাবোৰ ধুঁৱলিকুঁৱলি।
নেগাওঁ নেগাথোঁ মালা লাগ-বান্ধ নোহোৱা হাতৰ
ঢৌত ওপঙি যাম শুনি শুনি গীত সাগৰৰ—
দূৰণিৰ বননিৰ কীচকৰ বনৰ বেণুত
সুৰে দেখোঁ মোৰ হেৰুৱালে হিয়াৰ মাজৰ।
কিহৰ ই মায়া খেল? কিহৰ ই ছন্দহীন গান?
কিমান কৰাবা আৰু অমৃত গৰল সুধা পান।
লাগিছে বেজাৰ মোৰ লাগিছে আমনি—
ভগা বীণ জুৰি জুৰি নোতোলোঁ ৰিনিনি।
আজি এই জীৱন শেষত
বিদায়ৰ সন্ধিয়া পৰত
দুটি হাত যুৰিলোঁ কাতৰে—
একে ডালি ছিগা সূঁতা মোৰ
নিছিঙিবা নিঠুৰ হাতেৰে
নুলুকাবা আঁতৰে আঁতৰে।।

---

# ধিয়ান পৰশ

নাই গীত, নাই ভাষা
নাই স্তুতি, বন্দনা নীৰৱ,
নাই পূজা, নাই ধ্যান,
ছন্দহীন গীতৰ গৌৰৱ।
নাই আশা, ভাষাহীন
গতিহীন প্ৰাণ, লীন দেহ,
স্পন্দনবিহীন প্ৰাণ
ভাৱহীন নিথৰ আৱেশ।
নাই জ্যোতি, গ্ৰহ তৰা
দীপ্তিময় নিৰাময়পুৰী
নাই গতি, মাথোঁ অনুভূতি
সুপ্তিময় অমৃত মাধুৰী।
নাই স্পৰ্শ স্তব্ধ চন্দ্ৰ-তৰা
সুনীৰৱ নিথৰ পুলক
নিমজ্জিত প্ৰাণ সমুদ্ৰত
স্থিতিময় আতমা গোলক।
নাই শিহৰণ স্তব্ধ পুলকৰ
সুপ্ত প্ৰাণ জ্ঞান হৰ
নিথৰ ই দেহ জগতৰ
মগ্ন চন্দ্ৰ-তৰা।
অনন্ত আনন্দৰাশি
অমৃত আলোক জুৰি
শান্তি নিৰজন
ভাষাতীত জ্ঞানাতীত প্ৰাণে
নোৱাৰে ফুটাব
মনাতীত ধ্যান পৰশন।।

---

# পূৰ্ণ

জীৱনৰ যত কথা, যত গান মোৰ
পূজা আয়োজন যত,
সাধনা ব্ৰতৰ
হোৱা নাই ব্যৰ্থ মোৰ প্ৰতি লগনৰ
প্ৰতিটি কল্পনা ৰূপ
প্ৰতিটি ধ্যানৰ।
হৃদয় সাগৰ জুৰি বিৰচিত মায়াপুৰী
পৰাণ-বীণত বাজে
অমিয়া সঙ্গীত—
ঢৌবোৰে কথা কয় সাগৰৰ কাণে কাণে
পদুম ফুলাই মোৰ
সোণালী পানীত।
মোৰ মায়াপুৰী জুৰি নীল সৰগত
ফুলে নিতে তৰা ফুল
লাহবিলাহত
চাই থাকোঁ দূৰে দূৰে নীলিমাৰ পাৰে পাৰে
সোণালী মিলন সেতু
মেঘৰ আঁৰত।
নিতে মোৰ সপোনৰ থিয়ান পাৰত
ফুলে ৰূপ শতদল
চিক্ মিক্ কৈ—
শুনো বীণা বেণু সুৰে সপোনৰ পাৰে পাৰে
অসীম সাগৰগীতি
ৰিণি ৰিণি কৈ।
সন্ধিয়াৰ সাগৰৰ-অসীম কূলত
উটি যায় হিয়া তৰী
জোনাকৰ পাল তৰি
ঢৌ তোলে জুৰ মলয়াই—
মৌন জীৱন জুৰি অমিয়া নিজৰি পৰি
পুষ্প পুলকে মোৰ
হিয়া ওপচায়।।

---

# আত্মা

আতমাক দেখা নাই
সচাকে মানুহে চকুৰে,
মানুহেই স্বৰ্গ ৰচে
পৃথিৱীৰ ধূলিৰ কণাৰে।
মানুহৰ প্ৰাণতেই
প্ৰীতি, প্ৰেম, জ্ঞানৰ জনম,
মানুহৰ ৰীতি-নীতি,
মানুহৰ ধৰম কৰম।
সৃষ্টি আৰু মানৱত্ব
একেডালি সূতাতেই গঁথা
মানুহে আদিতে গালে
মানুহৰ পৰাণৰ কথা।
ভাল-বেয়া সুখ-দুখ
মানুহৰ জ্ঞান-অভিজ্ঞান,
মানুহে ৰচনা কৰি
দিলে এই জগতক দান।
সুখভোগ হলে শেষ
কিবা এটি মানুহে বিচাৰে,
দুখ-শোক যাতনাত
মানুহেই ডেই-পুৰি মৰে।
শূন্য হিয়া পৰাণত
উঠে এটি মহা হাঁহাকাৰ—
সিদিনা আতুৰ প্ৰাণে
আতমাৰ কৰিলে বিচাৰ।
কাতি কৰি পাৰ্থিৱৰ
মায়া মোহ ভোগৰ বিকাৰ
দৃশ্যমান জগতৰ
পৰিহৰি ৰূপৰ পোহাৰ।

দেহ-গতি কৰি ৰোধ
সংযমত চিত্তবৃত্তি ধৰি
ধিয়ানৰ সংযোগত
আতমাক পালে গৈ বিচাৰি।
প্ৰকৃতিৰ কৰি জয়
অমৰত্ব পালে আতমাই—
চিৰন্তনী প্ৰকৃতিক
যোগ বলে দিলে ওলোটাই।
অতিক্ৰমি জৰা-মৃত্যু
সুখ দুখ মৰণ দহন
আনন্দত স্থিতি হল
আতমাৰ অসীম স্পন্দন।
জগৎ বিয়পি গ'ল
আতমাৰ ব্যাপক ৰূপেৰে
অণু ৰেণু জল থল
মানুহৰ অন্তৰে-বাহিৰে।
অদৃশ্য বিশ্বৰ তত্ত্ব
আতমাই কৰিলে বেকত-
মানুহে বিচাৰি পালে
দেহ মন প্ৰাণৰ আঁৰত।।

---

# মই সুৰ বিশ্ব বীণাৰ

মই সুৰ বিশ্ব-বীণাৰ
মই বীণা বাণীৰ হাতৰ
মই প্ৰাণ সুৰ সঙ্গীতৰ
সীমাহীন চেতনা বিশ্বৰ।
যিদিনা আহিলোঁ নামি
বাণী লৈ কাকলি কণ্ঠৰ
সিদিনা জাগিলে ঊষা
পৰশন পাই তপনৰ।
সিদিনাই বিহগীৰ
কলকণ্ঠ হ'ল মুখৰিত
বাজিল ধৰাত সুপ্ত
চেতনাৰ অনাদি সঙ্গীত।
মোৰ সুৰে জগতৰ
সেই দিনা আদিম ঊষাত
জগালে সৃষ্টিৰ ক্ষুধা
ধৰিত্ৰীৰ কঠিন হিয়াত।

নিয়ৰৰ প্ৰতি টোপা
সাৱটিলে মাটিয়ে বুকত
শোভিলে ধৰাৰ দেহ
যৌৱনৰ সবুজ ৰঙত।

মোৰ সুৰে তোলে তান
কত মীড় কত যে মূৰ্চ্ছনা—
উঠে ধ্বনি ত্ৰিদিৱ কঁপাই
বাজি উঠে উছৱৰ বীণা।

গাওঁ গান আপোনপাহৰি
সি সুৰত বৈ যায়—

নদ-নদী কত লুইত জুৰি
বৈ যায় সাগৰ বিচাৰি।

জগাই পুৰবী তৰা
মোৰ সুৰে পূব আকাশত,
ম্লান জোনটিয়ে মাগে
চকুলোৰে বিদায় বিস্মৃত।

মোৰ সুৰে বননি কঁপাই
বুকু ভঙা কেতেকী সুৰত
পুৰবীৰ বিহগী গীতত
বনস্পতি তুলিলে জগাই।

তোলো মই অনাদি সুৰত
জীৱনৰ কৰ্ম্ম প্ৰতিধ্বনি—
মানৱৰ সুপ্ত পৰাণত
তৃষাৰূপে জ্বলাওঁ অগনি।

মই বীণা ৰুদ্ৰৰ হাতৰ
আদি অন্ত জীৱন মৰণ,
মোৰ সুৰে জগৎ কঁপাই
সুৰ-সুধা কৰে আহৰণ।

মই চিৰ অসীম অপাৰ
ৰক্তবীজ মহাচেতনাৰ
অবিনাশী শাশ্বত আতমা
দীপ্তি মোৰ ৰূপত সত্যৰ।।

---

# জিৰণি

মৃত্যুনীলিম সাগৰ পাৰৰ
যাত্ৰা-ৰথৰ জিলিকে ধ্বজা—
আহিছে ঘনাই এৰিব লাগিব
চিৰচেনেহৰ মাটিৰ সঁজা।

চেনেহী ধৰাৰ দিয়া-পোৱাবোৰ
মিলাই লবলৈ হব নে পৰ—
মৰণ-বাঁহীৰ মোহন সুৰত
ব্যাকুল বুকৰ ৰব নে থৰ!

বহু দিন আজি শুকান কণ্ঠ
চিৰতৃষাতুৰ অধৰ মোৰ,
হিম-সুশীতল পৰশে তোমাৰ
হব নে প্ৰাণৰ তৃষ্ণা দূৰ!

নিশাৰ জুৰণি সুখৰ নিদ্ৰা
সকলো দিনৰ বেদনা হৰে,
মৰণ সিও যে সুখৰ শয়ন
জীৱন মৰণ সামৰি ধৰে।

জীৱন পাৰতে এটি এটি কৈ
দেহৰ প্ৰাণৰ সঁজুলিবোৰ
এৰি এৰি থৈ অকলে ওলাম
সাৰথি সহায় মনটি মোৰ।

সিদিনা অকলে অঠাই সাগৰ
পাৰ হৈ মই অকলে যাম,
অজান দেশৰ নেদেখা পাৰত
ক'ত জানো গৈ জিৰণি পাম!

মৰণ সিপাৰ দূৰ— অতি দূৰ
নীল যৱনিকা আবৰি আছে,
মৃত্যু-পথিকে ভেদ কৰি যায়
চকুৰ আগত নিয়তি নাচে।

শুনিছো তোমাৰ সিটো পাৰে গৈ
নেপায় জিৰণি আতমাবোৰে,
শত বাসনাই ব্যাকুল বেগেৰে
প্ৰাণৰ জিৰণি বিচাৰি ফুৰে।

দিয়া সমিধান তোমাৰ সিপাৰে
আৰু কোন দেশ আছে নো ঐ?
চিৰকাললৈ কোন সি দেশত
পাম গৈ মই জিৰণি বৈ।

এই পৃথিবীত হাঁহি-কান্দি ফুৰি
লাগিছে বেজাৰ আমনি মোৰ,
এই বাৰ মই তোমাৰ সিপাৰে
বিচাৰি ওলাম জিৰণিপুৰ।

যদিহে নেপাওঁ উলটি আহিম
চিৰপৰিচিত পৃথিবীলৈ,
জোন তৰা হৈ আকাশ ফুলাম
প্ৰকৃতি শুৱাই মিলিম গৈ।

পৃথিবী আয়ে শত বাহু মেলি
সাদৰে বুকুত সাৱটি লব,
মোৰ যে বুকুৰ প্ৰতি টুপি তেজ
ধৰাৰ বুকুত মিহলি হব।

নেথাকোঁ এঠাইত এই বাৰ আৰু
বহুৰূপী হৈ বিয়পি যাম,

নিজৰা সুৰত নৈ সাগৰত
জীৱনৰ সুৰ মিলাই গাম।

মোৰ প্ৰতি ৰেণু ডাৱৰৰ স'তে
মহাসাগৰত মিহলি হ'ব,
সাগৰ দোলাত ঢউ তুলি তুলি
প্ৰকৃতি বুকুত বিলীন হ'ব।

নেজানো সাগৰ কলৈ বৈছে
কোন অসীমত হৈছে শেষ,
মইও মোৰ ঠাই বিচাৰি ওলাম
য'ত আছে সেই জিৰণি দেশ।।

---

# বাটৰুৱা

অচিন বাটৰ বাটৰুৱা ঐ!
আহিছিলি কেনি বিচাৰি বাট—
অচিনা বাটৰ মোৰ হেৰুৱালি
শুনিলি কাৰ নো নুশুনা মাত?
আজি বাৰিষাৰ মেঘৰ আঁৰত
পূৰ্ণিমা জোনৰ করুণ ৰেখা,
হাঁহি-কান্দোনৰ বিষাদী পটত
দেখা পালি কিনো নোপোৱা দেখা?
শৰতৰ নীল দূৰ গগনত
হঁহা নাই জোনে মধুৰ হাঁহি,
ডাৱৰ আঁৰেৰে ম্লান জোনাকৰ
বিষাদ হাঁহিটি উঠিছে ভাহি।
নিশাৰ এন্ধাৰ ভেদ কৰি জ্বলে
দূৰ দূৰণিৰ পোহৰ শিখা—
এন্ধাৰ বাটৰ বাটৰুৱা ঐ!
দেখা পালি কোন বাটৰ দিশা?

---

# বিচাৰ

বিশ্বপতি বিচাৰ তোমাৰ
কেনেকৈ বুজিব
ক্ষুদ্ৰ প্ৰাণে মানুহৰ?
জীৱে ভোগে নিজ কৰ্ম্ম-ফল
প্ৰাৰব্ধ গঠিত তাৰ
পূৰ্ব্ব জনমৰ।
সুখ দুখ কৰ্ম্মফল
বন্ধাধৰা ৰীতি জগতৰ,
এয়ে বিশ্ব-নীতি
চিৰন্তন মানুহ জন্মৰ।
কিন্তু— তাৰ বাবে দায়ী কোন
জীৱ জানো ভিন সত্তা
তোমাৰ নামৰ?
হে নিয়ন্তা!
সকলোৰে মূল তুমি
দোষী কিয় কৰিছা জীৱক?
তোমাৰ সৃজন বিশ্ব
মাটিৰ পুতলা সাজি
মানুহ সজাৰ,
মন-বুদ্ধি আত্মাগত হৈ
তুমিয়ে গঢ়িছা এই
প্ৰাৰব্ধ জীৱৰ।
কৰিছা ই জগতক
নিয়ন্ত্ৰণ ইচ্ছাৰে তোমাৰ
খেলিছা ই বিশ্ব লৈ—
ভাঙিছা গঢ়িছা নিতে
সজা পুতলাৰ।
মানুহে কি জানে প্ৰভু!
পাপ পুণ্য তোমাৰ বিচাৰ।

তুমিয়েই চিন্তাধাৰা
মানুহৰ সসীম মনৰ
তুমিয়ে প্ৰেৰণা দিছা
পাপ পুণ্য প্ৰতি মুহূৰ্ত্তৰ—
মূল তুমি দায়ী তুমি
নহয় মানুহ;
নিচেই অকণমান
মানুহ চিত্তৰ
পৰিধি সীমাৰ।
খন্তেকীয়া সুখ-দুখ
সীমাবদ্ধা উৎপত্তি বিলয়
কিন্তু তুমি সীমাহীন
তুমি অনন্ত নিলয়।
মানুহে বিচাৰে সুখ
শান্তি তৃপ্তি জীৱন-যুঁজত,
হাবাথুৰি খাই ফুৰে
জগতৰ অনন্ত সোঁতত।
দুৰ্ব্বল মানুহ প্ৰাণ
খন্তেকৰ হাঁহি সুখে
উলাহত আপোনপাহৰা,
খন্তেকৰ বিয়োগ দুখত
হব শোকাতুৰা সৰ্ব্বহাৰা।
ইমান দুৰ্ব্বল এই
চিত্ত মানুহৰ
কি খেলা খেলিছা
প্ৰভু! ই জীৱন লৈ মানুহৰ?
দিছা মনোবৃত্তি তুমি
নিবাৰণ তুমিয়ে কৰিছা,
কাকো ঠেলি পাপৰ পঙ্কত
কাকো তুমি সাবটি ধৰিছা।

কাৰোবা মুখত হাঁহি
চকুপানী কাৰোবা বোৱাই,
হিয়া জুৰি জুই জ্বালি
শান্তি ঢালি দিছা নুমুৱাই।
নকৰিবা তুমি অবিচাৰ
মানুহৰ ক্ষুদ্ৰ জীৱনত,
নিদিবা গ্লানিৰ মহাভাৰ
খলা-বমা জীৱন বাটত।
মানুহৰ জীৱন-দেৱতা
মানুহক ক্ষমিবা সদায়
তুমি চিৰ কৰুণা ৰূপেৰে—
মানুহেও তোমাৰ বিচাৰ
হেলা-ৰাঙে শিৰ পাতি লৈ
ক্ষমা কৰি থাকে যেনেদৰে।

---

# অতীত

পোৱা যদি নৱ জীৱনৰ
সুখময় মিলন বাতৰি,
যোৱা, তেনে মই মাথোঁ ৰম
মোৰ এই অতীত আৱৰি।
কোনোবা কালৰে পৰা
জীৱনৰ পুৰণি পাতত
লিখা আছে অদৃশ্য হাতৰ
মহালিপি নেদেখা ছন্দত।
কত যুত যুগান্তৰ পৰা
কত প্ৰীতি কত প্ৰণয়ৰ
কতনো ৰঙৰ কত ছবি
আঁকা আছে লুপ্ত অতীতৰ
সেয়ে মোৰ সুন্দৰ অতীত—
মৌন বাণী বিস্মৃত মুখৰ,
অতেচন চিন্তাৰ মাজত
পাৰ দিয়ে হেৰোৱা সুৰৰ।
এই মোৰ হিয়া দাপোণতে
অতীতৰ অলেখ কাহিনী—
বাজি উঠে স্মৃতি সাগৰৰ
বুকু ভেদা প্ৰলয় ৰাগিণী।
মই নিজে পুৰণি অতীত
অতীতেই মোৰ সোঁৱৰণি,
সেই এক অনাদি সুৰতে
বাজে নিতে চিৰ চিৰন্তনী।
নাই একো বিশ্বত নতুন
সেই এক চিৰ পুৰাতন,
সেই এক উপজি উপজি
অতীততে পুৰণি মৰণ।

অতীতৰ আকাশ-বতাহ
দিন-নিশা নিয়তিৰ ৰীতি,
কোন দূৰ অতীত কালৰ
ছন্দময় প্ৰকৃতিৰ গীতি।
ভঙাকেই নিতৌ গঢ়িছে
গঢ়াকেই ভাঙিছে নিতৌ,
গতিশীল মহাপ্ৰকৃতিৰ
উঠে নামে সীমাহীন ঢৌ।
সেই আদি পাতনিৰে পৰা
বৈ আছে মহান নিয়তি,
কোনে জানে কোন বা যুগত
ৰই যায় এই মহাগতি।
এই দূৰ অনাদি অতীত
নাই তাৰ একোকে নতুন
চিৰপুৰাতন বিশ্ব জুৰি
লীলাময় অপূৰ্ব্ব জীৱন।

---

# নাটঘৰ

বিফলতা লৈয়ে এই ৰচিলোঁ জীৱন-গীতি
সৰি পৰে দুচকুৰ নীৰ,
বিশাল বিশ্বত মাথোঁ নয়নৰ লোৰে মোৰ
উপচিলে সাগৰৰ তীৰ।
জীৱন সপোন স্মৃতি দিঠকৰ মৰীচিকা
ছয়া-ময়া ছবি সপোনৰ,
জীৱনৰ অৱশেষ বিফলতা হাঁ-হুতাশ
জোখ-মাখ আপোন পৰৰ।
কোন মহাশূন্য ভেদি— আহিছিলো অকলৈ
তাকে বহি ভাবোঁ মনে মনে
বিশাল বিশ্বত আহি পাতিলোঁ কিহৰ খেল
কিনো পালে মানুহ জীৱনে।
জীৱন নাটৰ ভাও কতনো কৰিলোঁ শেষ
কৰি গলোঁ কত অভিনয়
কত জনে কতৰূপে জীৱনৰ ভাও দি দি
ভাঙি গ'ল মাথোন হৃদয়।
ভাগিল জীৱন নাট, পৰি গ'ল যৱনিকা
পুৱতীৰ তৰাও লুকাল,
শূন্য আজি নাটঘৰ স্মৃতিৰ শলিতা জ্বালি
বহি বহি ৰাতিটো পুৱাল।
কত দিন, কত ৰাতি, কত উৎসৱ গীতি
কত মৰণৰ হাঁহাকাৰ—
ৰূপৰ তুলিকা ধৰি, আঁকো নিতে ছায়া ছবি
ফুলি উঠে ৰূপ-লীলা তাৰ।
জীৱনৰ ভাও লৈ লাগিছে বেজাৰ আজি
ভুৱা দেখি লাগিছে ভাগৰ,
সাগৰ বালিত সাজি ধেমালিৰ বালিঘৰ
পাহৰিলোঁ ৰূপ সাগৰৰ।
কোন কাৰ জগতৰ, কোন কাৰ মৰমৰ
চকুৰ চিনাকি দুদিনৰ,
সসীমৰ ৰূপ তৃষা, অসীমত বুৰ যাব
খহি গলে জৰী মৰমৰ।।

---

# ছাঁ

ছাঁয়া মোৰ জীৱন-লগৰীকিনো তোৰ মহিমা অতুল
ত্ৰিভুৱন ভৰমাই মোক কিয় বাৰু কৰিলি আকুল?
ভাগৰালি ভগা বুকু— কত মোক চকুলো টোকালি
তুলি লৈ পৱন ৰথত সৰগ-মৰত দেখুৱালি।
আকাশত সোণৰ ক'লচী কত তই বলেৰে ৰচালি
পৰ্ব্বতৰ টিঙে টিঙে তুলিউৰুৱাই উৰুৱাই নিলি।
প্ৰকৃতিৰ নিজৰা পাৰত অকলৈ বহুৱাই থৈ—
নিজৰাৰ সুৰৰ লগত কাণে কাণে কুল কুল কৈ।
প্ৰকৃতিৰ কুসুমবনত কুসুমৰ শুৱনি হাঁহিত,
ভোমোৰাৰ গুণ-গুণনিতআলসুৱা ফুলৰ পাহিত।
কিনো তই লাহতী পখিলা কত ৰূপ সলাই সলাই
মোক তই কৰিলি বলিয়া ফুৰোঁ মই অনাই-বনাই।
দুপৰৰ বিৰিখ ছাঁয়াত ভাগৰৰ জিৰণি পৰত
তই মোক নেথাক পাহৰি লগ লৱ কোন তলকত?
নিৰাশাত আশাৰ ৰেঙণি কেনেকৈ জিলিকাই দিয়,
কোন দূৰ নেদেখা দেশলৈ একে ছাটে উৰুৱাই নিয়?
জনমৰ লগে লগে বাৰু কেনেকৈ আহি লগ ললি
মৰণৰ দিনলৈকে তই কেনেকৈ লগৰীয়া হলি?
নেৰিবি জানিছো মোক, তই মোৰ চিৰলগৰীয়া
জাগৰণে সপোনে-সচিতে, ছাঁয়া-মায়া অশৰীৰী কায়া।

---

# অচিন বাটত

কেনি যা, কেনি যা, অচিন বাটৰুৱা।
কৈ যা, কৈ যা এষাৰি কথা—
অচিন বাটত অকলে ওলালি
কেলেই লগালি অতনো বেথা?
কোমল প্ৰাণৰ হাবিয়াস লৈ
যি বাটে বঢ়ালি অথিৰ খোজ
হাবি তলে তলে দীঘলীয়া বাট
তাৰেই লৈ যা অকণি বুজ।
যাওঁতে বাটত দুকাষ শুওৱা
দেখিবি শুৱনি ফুলনিখনি,
ৰূপালী পাতৰ জিলিকনি চৰা
থোপাথুপি লগা মুকুতা-মণি।
পাৰিলে বাটত গোটাবি মুকুতা
নেথাকিবি মাথোঁ তাতেই ৰই,
কত দূৰ তই যাব যে লাগিব
পাহৰি নেযাবি সোণাই অই।
অতিকে কোমল ভৰি দুটি তোৰ
পদুম কোমল হৃদয়খনি,
ছলে-জোঙে ফুটি ৰাঙলী হলেও
মনৰ বান্ধনি ধৰিবি টানি।
বাটৰ দুখত ভাগৰি পৰিলে
বিৰিখৰ ছাঁত জিৰণি লবি,
খালে-ডোঙে পানী নেখাবি সোণাই
নৈ-পানী পালে এটুপি খাবি।
অকলৈ বাট চিনিব লাগিব
যদিও দুৰ্গম, যদিও ছিগা,
কত সাঁকো পাৰ হব যে লাগিব
যদিও ঠুনুকা, যদিও ভগা।

দূৰণি পৰ্ব্বত বৰ মনমোহা
খলা-বমালে নপৰে চকু,
খুপি খুপিকৈ খোজ আগুৱাবি
একা-বেকা বাট ঠুনুকা সাঁকো।
পোন বাট ধৰি আগবাঢ়ি যাবি
সাহেৰে মাথোন বান্ধিবি বুকু,
সকলো বিঘিনি আঁতৰি পলাব
ওপৰত থবি অজলা চকু।
কত মৰীচিকা চকুৰ আগত
দেও দি দেও দি নাচিব আহি,
মায়া-মৃগ হৈ ভেলেকী লগাব
ইন্দ্ৰজাল পাতি বজাব বাঁহী।
প্ৰলয় ধুমুহা কতনো আহিব
ভাঙি ছিঙি দিব আশ্ৰয় থল,
নকৈ আকৌ সঁজুলি গোটাবি
বুকুত আকৌ বান্ধিবি বল।
কত বৰনৈত নাও বুৰি যাব
অঠাই পানীত ফুৰিবি উটি,
সাঁতুৰি-নাদুৰি পাৰ চাপি লৈ
পোনাই তুলিবি ডেউকা দুটি।
সেই বাটেৰেই আহিছোঁ সোণাই
কত লটিঘটি নীৰৱে সহি
অজলা পোণাটি! তোক দেখি আজি
অতীতৰ স্মৃতি উঠিছে ভাহি।
নকৰিবি ভয় বাটৰ অন্তত
পাবি গৈ দেখা অলকাতীৰ—
পোন বাটে যাবি সৰগৰ পৰা
অলকানন্দাই ধুৱায় শিৰ।

# মহাশিশু

আহিছিলা মানৱৰ মহাশিশু তুমি
আনিছিলা অসীমৰ গীত
কান্দিছিলা পৃথিৱীত করুণ কান্দোন
ত্রিদিৱৰ পৱিত্র সঙ্গীত।
নৱনীত সুকোমল নির্ম্মল দেহত
আমোলাই পাৰিজাত ৰেণু
পৰশে তোমাৰ দেহ মাতৃৰ প্রাণত
উথলিল অমৃত লৱনু।
বৈ পৰে হিয়া ভৰি ক্ষীৰৰ নিজৰা
তোমাৰেই দেৱ পৰশত,
দেৱ পাৰিজাত তুমি পৰশে তোমাৰ
জাগে স্বর্গ কঠিন মর্ত্ত্যত।
সৰল সুন্দৰ তুমি জেউতিৰ ৰেণু
মহাজ্ঞান লৈ জনমিলা,
কোনেও শিকোৱা নাই মানুহ-ধৰম
প্রকৃতিৰ হাতৰ পুতলা।।
অহা নাই জনমৰ লগে লগে লই
মানুহৰ ক্রুৰ কুটিলতা
আনিছিলা দেৱ-শিশু সুৰভি অমিয়া
আনিছিলা সৰগ বাৰতা।
মানুহে সৰজা শত সমাজ কালিমা
দেখি শুনি নিজে সানি ললা,
পুৰণি পাপৰ শত কালিমা আঁৰত
মানুহ স্বৰূপ পাহৰিলা।
মানুহ দেৱতা! তুমি নাযাবা পাহৰি
সুন্দৰৰ পূর্ণ প্রতীক
নাই কোনো ভেদাভেদ তোমাৰ নামত
হে শাশ্বত! হে চিৰনির্ভীক!

জগতৰ শিৱ সত্য সুন্দৰ সদায়
সেয়ে পথ ধৰ্ম মানুহৰ,
তুমিও পথিক চিৰ সত্যৰ পথত
শুদ্ধ নীতি লবা বিবেকৰ।
মানুহ ধৰ্ম্মত নাই পশুৰ ক্ৰূৰতা,
নাই নীচ পাপ আচৰণ,
প্ৰেম, প্ৰীতি, দয়া, ক্ষমা, ধৈৰ্য্য, সুবিচাৰ
আছে শাশ্বত নাৰায়ণ।।

---

# মুক্তি-দূত

বিশ্ব খলকি আহিছে বাতৰি
অভিনৱ অদভূত—
সত্য, সাম্য, প্ৰেমৰ দেৱতা
আহিছে মুক্তি-দূত।
হেৰোৱা স্বত্ব বিচাৰা মানৱ
জনমৰ অধিকাৰ,
সাম্য-মৈত্ৰী, সত্য পথেৰে
স্বাধীনতা আপোনাৰ।
যুগৰ আদিতে সৃজিলে বিধিয়ে
মানুহ পূৰ্ণ কৰি,
দিলে জ্ঞান, প্ৰেম পূৰ্ণবিবেক
হিয়াত শকতি ভৰি।
কোনে কৰিবনো বিশ্ব-জগতত
মানুহক পৰাভৱ,
অজেয় শকতি-পূৰ্ণ মানৱ
সৃষ্টিৰ গৌৰৱ।
জীৱ-প্ৰেম আৰু আত্মশক্তি
অহিংসা সত্য বাণী,
বৈকুণ্ঠ ভেদি মুকুতিৰ দূতে
দিছেহি বাতৰি আনি।
মানুহ স্বত্ব হৰিছে মানুহে
পীড়িছে মানুহ-প্ৰাণ—
মানুহ হিয়াৰ দেৱতাৰ আজি
সীমাহীন অপমান।
উৎপীড়নৰ নিঠুৰ যাতনা
মানুহে নোৱাৰে স'ব,
মানুহে সৰজা অন্যায় নীতি
মানুহে নোৱাৰে ৰ'ব।

মানুহ প্ৰাণৰ আকুল মিনতি
সপ্ত স্বৰগ ভেদি
কোন ত্ৰিদিৱৰ আসন কঁপাই
দিলেহি সংশয় ছেদি!
বিবেক সাগৰ খলকি বাজিছে
"গীতাৰ" সাম্য ভেৰী,
মানুহ-দেৱতা চিনা হে মানুহ
মিছাৰ জড়তা এৰি।
মৰ্ম্মহীন যত অলীকতা এৰি
ধৰা অভিনৱ পথ,
নঙঠা ফকিৰে তিয়াগ তপেৰে
শিকালে অমৰ ব্ৰত।
ভাবতৰ আজি মিলন দ'লত
বাজে দুন্দুভি ধ্বনি,
বৈকুণ্ঠৰ পৰা মুকুতিৰ দূতে
আনিছে মুকুতি-বাণী।।

---

# মানুহ-ধৰম

সৌ প্ৰভাতৰ নিৰ্ম্মল আকাশ
চিৰজ্যোতিৰ্ম্ময় পুৱাৰ বেলি;
সোণালী ছটাত আকাশ শুৱাই
এন্ধাৰ বিনাশি উঠিছে অলি।
তুমিও মানুহ চিৰশাশ্বত
জীৱ জগতৰ শ্ৰেষ্ঠ অতি,
সেই জ্যোতিষ্কৰে ৰেণু এটি তুমি
বিশ্ব তোমাৰ লীলাৰ গতি।
তুমি কোন, কিয়, কিহৰ মায়াত
জীৱন ৰহস্য পাহৰি গ'লা;
মৰতত আহি মায়াৰ জালত
ধূলি-বালি সানি মলিন হ'লা।
সত্য তোমাৰ জীৱন বৰত
প্ৰেম কৰুণাৰ প্ৰতীক তুমি,
বিবেক তোমাৰ বাটৰ সহায়
কৰমৰ ঠাই মৰতভূমি।
সাধিব লাগিব জীৱনৰ কাম
সৰল সত্য শিৰত লৈ,
সুমেৰু আশাৰ সোণৰ ক'লচী
আকাশত তুমি বান্ধিবা গৈ।
ধৰ্ম্মৰ নামত নীচতাক তুমি
সাৱটি নলবা মানুহ হই,
মানুহ ধৰম নাযাবা পাহৰি
মহাচেতনৰ মহিমা লই।
সৃষ্টি পাতনিৰ সৌন্দৰ্য্য গোটাই
সাজিলে বিধিয়ে মানুহ কৰি,
তেজ-মঙহৰ পাতল আঁৰত
মহামানৱক ঢাকনি ধৰি।

মানুহ প্ৰাণৰ নাই ভেদাভেদ
একে উপাদানে সকলো সজা,
জ্ঞান, জনমৰ বড়া-টুটা লৈ
কোনো সৰু-বৰ, কোনোবা ৰজা।
মানুহ প্ৰাণৰ ভেদ থকা হলে
ক্ৰূৰ "ৰত্নাকৰ" মানুহদ্বেষী
নহলেহেঁতেন জ্ঞান সাধনত
করুণা-প্ৰতীক বাল্মীকি ঋষি।
উচ্চ বৰ্ণ! কিহৰ গৰৱ—
কোনে প্ৰদানিলে উচ্চ স্থান?
অতীত কালৰ জ্ঞান সাধনাত
কৰিছিলা লাভ বিশ্বৰ মান।
আজি যদি তুমি জ্ঞানৰ সাধক—
পদধূলি সৱে শিৰত ল'ব,
আদৰ্শ বিচ্যুত মানৱ তোমাৰ
তোমাৰ আসন ধূলিত হ'ব।
দধীচিৰ দৰে লোৱা ত্যাগ-পথ
তোমাৰ অস্থিৰে বজ্ৰ হ্ব,
বশিষ্ঠৰ দৰে হোৱা নৱগুণী
মহাঋষি নাম জগতে দিব।
নোৱাৰা ভাঙিব শতেক পথেৰে
অনন্ত ব্ৰহ্মাৰ অনাদি যোগ,
জাগৰিত আজি বিশ্ব আত্মা
উজ্জ্বলি উঠিছে বিশ্ব-লোক।
হে পূজাৰী! আজি অৱহেলি কাক
মন্দিৰ দুৱাৰ ৰাখিছা ৰোধি,
হৃদয়ে হৃদয়ে প্ৰাণৰ দেৱতা
প্ৰেমৰ চকুৰে চোৱাহে যদি।
ব্ৰাহ্মণ চণ্ডাল সকলোৰে চোৱা
একটি চেতনা একেটি প্ৰাণ,
সাম্য-মৈত্ৰী মানুহ ধৰম
বিশ্বপিতাৰ মহান দান।।

---

# ব'ৰাগী

কোন দূৰণিৰ উদাসী ব'ৰাগী
কিহলৈ ফুৰিছা ঘূৰি;
দেশ-বিদেশত কিয়নো ভ্ৰমিছা
সুখৰ সংসাৰ এৰি?
ব'ৰাগী নিছান গেৰুৱা বসন
বিভূতিভূষিত দেহা,
হাতত টোকাৰী, কান্ধত জোলোঙা
কিহৰ পাতিছা বেহা?
নাই নে তোমাৰ পাৰ্থিব বাসনা
হিয়াত অকণো আৰু
পাইছা নে তুমি পৰম শান্তি
প্ৰাণত এফেৰি বাৰু?
তোমাৰ চিত্ত মহাসাগৰত
অলেখ-অপাৰ ঢৌ,
সংসাৰক্ষেত্ৰৰ শত বাসনাৰ
আছে নে বিকাৰ নৌ
বিষাদ বেথাৰ দুখ যাতনাৰ
পাইছা নে বাৰু পাৰ—
পাৰিছা নে তুমি আঁতৰি থাকিব
ভোগময় বাসনাৰ।
আজুৰি পেলাই সংসাৰ-মায়া
কৰিলা নে মোহ দূৰ
চিত্ত তোমাৰ কৰিলা নে জয়
দুৰ্ব্বাৰ বাসনা ঘোৰ?
নিজান গুহত অকলৈ বহি
কৰিছা নিবিড় ধ্যান
পাইছা নে বাৰু পৰম শান্তিৰ
সত্যময় সন্ধান?

সংসাৰ তিয়াগি বনত ভৰমি
আঁতৰি কলৈ যাবা ?
হিয়াত তোমাৰ মোহৰ সন্ধান
কৰিলে বিচাৰি পাবা।
শান্তি বিচাৰি জটা-জুট লৈ
পিন্ধিছা গেৰুৱা সাজ
হৃদয় গহন চিৰ অন্ধকাৰ
কেনেকৈ হ'বা বাজ ?
শান্তি বিচাৰি ভৰমি ফুৰিলে
শান্তি আঁতৰি যায়,
সংসাৰ স্বৰ্গৰ নন্দনবনতে
শান্তি বিচাৰি পায়।
নিজান গুহাৰ এন্ধাৰ তিয়াগি
পোহৰ বিচাৰি লোৱা,
বিশ্ব-সাগৰৰ উদাৰ বুকুত
ভূৰখনি মেলি যোৱা।
পাহৰি পেলোৱা স্বাৰ্থ-ভাৱনা
পাহৰা মুকুতি সুখ,
দেখিবা বিশ্বৰ প্ৰতি প্ৰাণে প্ৰাণে
ভৰি উঠে কাৰ মুখ।
গেৰুৱা বসন পিন্ধিলেই সাধু
নহয় নহয় ত্যাগ,
ত্যাগীৰ বুকুত প্ৰেমৰ তৃপিতি
মুখত পুণ্য ৰাগ।
যিদিনা তোমাৰ সুন্দৰৰ ৰূপে
দুচকু উঠিব ভৰি
সসীম বাসনা সীমাহীন হ'ব
অসীম সাগৰ জুৰি।

---

# বাস্তৱ আৰু কল্পনা

বিধতাই সৰজিলে বাস্তৱ জগত
ৰূপে ৰসে গানে,
মানুহে বিচাৰে তৃপ্তি পাবলৈ—
প্রতি প্রাণে প্রাণে।
পার্থিৱ ধৰাৰ যত কামনা বাসনা
শেষ বাস্তৱ ৰূপত
পঞ্চেন্দ্রিয়ে মাথোঁ উৎসুক আৱেগে বুৰে—
ৰূপ-সাগৰত।
কল্পনা মানস গীতি অতীন্দ্রিয় জগতৰ—
ৰূপৰ কুঁৱৰী,
বিজুলী গতিৰে পাতে ৰূপৰ পোহাৰ
ৰচে মায়াপুৰী।
বাঞ্চিত স্বৰগপুৰী ৰচি তোলে মৰতত—
অমৰ সঙ্গীত,
কল্পনাই গায় গীত, নৃত্য ছন্দ উঠে বাজি
পৰাণ বীণত।
অপার্থিৱ জগতৰ আনে জৰা মৰণৰ—
সুখ দুখৰ বাতৰি,
আকাশ-কুসুমে ৰচে মানৱ প্রাণত
সুপ্ত স্বৰ্গপুৰী।
যত কথা, যত গীত, মধুৰ সঙ্গীত সুধা
সজা কল্পনাৰ—
বিৰহী প্রাণত দিয়ে নিৰল মিলন
নোপোৱা প্রিয়াৰ।
কবিৰ কল্পনা বীণে সুললিত গীত গায়
মুগ্ধা প্রকৃতিৰ,
সজায় গোপন অৰ্ঘ্য তৰুণ পৰাণে কোন
কল্প মানসীৰ?
কল্পনাই আনে বাণী শত গ্রহ তৰা বেলি—

সৌৰজগতত,
প্ৰাণৰ স্পন্দনে তোলে ভাবৰ মাধুৰী ঢৌ
ৰূপসাগৰত।
বাস্তৱ বিশ্বৰ ৰূপ বিধিয়ে সৰজা
মহা প্ৰকৃতিৰ গীত,
কল্পনা মানসী বীণা মানুহ প্ৰাণৰ—
চিৰচিৰন্তনী গীত।।

---

# বিহগী

কোন বসন্তত বাট হেৰুৱালি
          ক'ৰ পখী তই কলৈ যাব?
তৰাৰ মাজেৰে মেঘৰ আঁৰেৰে
          জুমি জুমি আৰু কিমান চাব?
সাগৰ তলিৰ মাণিক-মুকুতা
          তোৰ জানো বাৰু চকুত পৰে,
জল থল ভেদি শূইনত উৰি
          অৱশ ডেউকা ভাগৰি পৰে?
নীল আকাশত ৰূপালী মেঘৰ
          সোণালী বেলিয়ে কিৰীটি পিন্ধে,
তাৰ ফাঁকে ফাঁকে মোহনপুৰীত
          সপোন মায়াই ক'লচী বান্ধে।
হিম-শিখৰৰ শীতল পৱনে
          নকঁপায় তোৰ জুৰুলা হিয়া
পৰে নে কাণত অলকাৰ মেঘে
          যক্ষৰ বাতৰি উৰাই নিয়া?
সুনীল সৰৰ সজল বাৰৰ
          মৃদুল তৰঙ্গ হেন্দোলি উঠে
তোৰ বুকুখনি কঁপি উঠে কিয়
          চকুত মুকুতা টোপাল ফুটে।
দূৰ নীলিমাত ৰূপালী জোনৰ
          মধুৰ হাঁহিটি উঠিলে ফুটি
সেঁতা ওঁঠ দুটি কঁপি কঁপি তোৰ
          ফুটে নে মুখত হাঁহিৰ জ্যোতি।
বন-কুসুমৰ সুৰভি সুবাসে
          আমোলাই তোলে বননি বুকু,
সুৰ আৱেশৰ শিহৰণে তোৰ
          তিতে জানো দুটি জুৰুলা চকু?

তোৰ বুকুখনি করুণ সুৰত
উটাই-বুৰাই পেলালি যদি,
কেনেকৈ তই যাবি অ' বিহগী
সাগৰ সিপাৰে বিঘিনি ভেদি ?
বন-বিহগীৰ নিজুম মাতত
ৰাতি দুপৰত বাজিলে বীণ
চাবিচোন জুমি বুকুৰ মাজত
উলাহ সুৰৰ পাব নে চিন ?

---

# অতীত মাধুৰী

সেই সিদিনাও বহি লুইতৰ নিৰল পাৰত
চাইছিলো প্ৰকৃতিৰ বিনন্দীয়া ৰূপৰ পোহাৰ
সন্ধিয়া পৰত,
সৌ পচিমৰ ৰঙা মাৰ যোৱা বেলিৰ জেউতি
ঢৌৰে ঢৌৰে নাচি-বাগি খেলিছিল
সোণালী ৰঙত।
সন্ধিয়াৰ সমীৰণে বকুলৰ ৰেণু সকলোই
সানিছিল গাত,
শান্ত সন্ধিয়াৰ এটি শান্তিময় শীতল পুলক
আহিছিল বা'ত।
জাকে জাকে উৰি যোৱা বগলীৰ শাৰী
সিপাৰৰ বাঁহমুৰা হৈ—
চৰাইৰ কিৰিলিবোৰ বৰ গছে গছে
ভোল গৈ শুনিছিলো বৈ।
শেৱালি তলত গৈ পুৱাতেই ফুল তুলি
গাঁথিছিলো মালা,
পুৱাৰ বতাহছাটি বৈ যায়, কৰি যায়
পৰাণ উতলা।
আজিও পুৱাৰ বেলি উঠে আকাশত
গছ ভৰি ফুল ফুলে,
আজিও বাসন্তী সখি ফুল পখী মলয়াৰে
ধৰাত ওমলে।
আজিও সন্ধিয়া তৰা ফুলে আকাশত
বেলি মাৰ যায়,
আজিও শাৰদী জোনে হাঁহে নীলিমাত
বুকু গুপচাই।
আজিও বাজিছে সেই উৎসৱ মুৰলী
ধৰাৰ বুকত
সিদিনাৰ হিয়া জোৰা উলাহ আৱেগ
(আজি) নাবাজে বীণত।

---

# কথা

কোন আদি অৰুণালোকত
অমৃত ক'লচী লৈ
জাগিছিল প্ৰকৃতি গোঁসানী,
কোন শুভ মুহূৰ্ত্তত—
বাজিছিল সৃষ্টি-বীণা
উদাত্ত সুৰৰ আগমনী?
সেই সুৰে সৃজনৰ আদিম পুৱাতে—
খুলি দিলে প্ৰকৃতিৰ
জড় আৱৰণ,
উষাই দুচকু মেলি
নিয়ৰ আঁজলি ঢালি
কৰি গ'ল পুষ্প বৰিষণ।
অৰুণৰ হেঙুলী ৰঙত
সুকুমাৰী ধৰাৰ বুকুত
পুলকৰ জাগিল চেতন
খহি গ'ল হিমানী বসন—
সেই দিনা ষোড়শী ধৰাই
সেউজীয়া সাজ পিন্ধি
সৱিতাক কৰিলে বৰণ।
ৰূপ-কোঁৱৰৰ পৰশত
ধৰাৰ কঠিন হিয়া ভেদি
বাজিল সৃষ্টিৰ বীণা,
প্ৰকৃতিয়ে পালে বাণী
নিমাতী মুখত।
প্ৰাণে প্ৰাণে জাগিল চেতনা—
উঠিল মিলন সুৰ,
সুৰে পালে গীতি
প্ৰাণে পালে প্ৰাণ
দিশে দিশে গ'ল বৈ—

সুৰৰ কঁপনি হৈ
মিলনৰ গীতি।
সি সুৰৰে প্ৰতি ছন্দ
প্ৰতি তাল বাজি উঠে
কঁপি কঁপি ব্যোম সাগৰত,
কথাৰূপে গীতিৰূপে
ভাবৰূপে ফুটি উঠে
কবিতাৰে কবিৰ ছন্দত।।

---

# ৰবীন্দ্ৰ তৰ্পণ

হে ঋষি! হে তাপস সুন্দৰ!
দূৰ অৰ্দ্ধ শতাব্দীৰ এন্ধাৰ যুগত
নিপীড়িত মানৱৰ প্ৰাণৰ বাতৰি
তৱ সুৰ সাধনাৰ বীণাৰ সুৰত
মহামানৱৰ চিত্ত সাগৰ তীৰত
পালা সুৰ তুমিয়ে বিচাৰি।
শুনালা তুমিয়ে সেই মহাবাণী জগতক
অৱনত ভাৰতবাসীক
"হে মোৰ দুৰ্ভাগা দেশ কৰা যাক অপমান
অপমানে হুবা তুমি সকলোৰে এদিন সমান।"
পৰাধীন পথভ্ৰষ্ট নিপীড়িত দুৰ্ভাগা দেশৰ—
অৱৰুদ্ধ যত মৰ্ম্মবাণী
বিৰাট আত্মাত তযু বাজিছিল
করুণ ৰাগিণী।
ধ্বনিত ৰণিত হ'ল তৱ সুৰত
বীণাৰ দেৱ
গীতে ছন্দে ঝঙ্কাৰিত
বিশ্ব-মানৱৰ হৃদয়ত
মৰ্ম্মে মৰ্ম্মে বাজে আজি
তোমাৰেই মুক্ত সুৰ অমৰ স্বৰ্গত।
হে সুৰসাধক!
ভাৰতৰ শান্তিময় তপোবনচাৰী
সুদূৰ যুগৰ কোন কল্পলোক এৰি
আনিছিলা ক্ষণিকৰ বাবে
স্বৰগৰ অমৃত আহৰি?
আছিল স্মৃতিত দূৰ তপোবন স্মৃতি
জাগিছিল "সৰস্বতী নদীৰ তীৰত
ক্লান্ত হোম ধেনুগণ" সতে
ঋষি-কণ্ঠ মুখৰিত সামবেদগীতি।

পালে য'ত "সত্যকামে" গৌতমৰ
ব্ৰহ্মদীক্ষা দান।
সেয়ে নেকি "শান্তি নিকেতন"
গুৰু-দীক্ষা সম্বন্ধ সুন্দৰ
সাম্য নীতি সুন্দৰৰ আদৰ্শৰে গঢ়া
পাতিলা ধৰাত সেই পুণ্য তপোবন।।
তপঃপূত সাধনাৰ সুন্দৰ পূজাৰী।
ফলে ফুলে সমীৰে আনিলে
বসন্তৰ মাধবী কুঞ্জত—
শৰতৰ নীল গগনত—
বহাগীৰ তাণ্ডৱ নৃত্যত
বাৰিষাৰ বাউলী বেশত
কৰিছিলা কাৰ অন্বেষণ—
পাইছিলা কাৰ পৰশন
ক্ষণে ক্ষণে শুনিছিলা
কাৰ আৱাহন?
"নীপ-বনে ছায়া বীথি তলে
দেখিছিলা ঘন নীল কেশ
পিন্ধিছিল মেঘ নীল বেশ"
আহিছিল যুগে যুগে কোন
সিংহাসন আসনৰ পৰা
নামি এই ধৰাতললৈ?
যুগে যুগে পলে পলে কাৰ
শুনিছিলা চৰণৰ ধ্বনি
ত্ৰিদিৱৰ যত কথা, যত দৈৱ বাণী
কোন সুৰ আলোকৰ পৰা
নিজৰি নিজৰি পৰি—
অমিয়াৰ ধাৰ—
বাজিছিল বীণত তোমাৰ
বাধাহীন পৰশ ৰাগিণী।
মুক্তযোগী সুন্দৰ পূজাৰী
তপস্যাৰ কল্প আলোকত

পাতি চিৰযোগাসন
সুন্দৰৰ অমৃত স্পৰ্শত
অনন্ত সুৰৰ কিনো শুনালা সঙ্গীত।
ফুটি উঠে সুমহান ভাৱ সাগৰত
সীমাহীন সুৰৰ লহৰী
সুৰে গানে ছন্দে আজি
বৈ যায় বিশ্ব জুৰি অমৃত মাধুৰী—
মানৱ প্ৰাণৰ যত
বাধাহীন মুক্ত সাম গান।
হে উদিত ভাৰত-ভাস্কৰ!
আনিছিলা জনমৰ লগে লগে
মৃত্যুহীন প্ৰাণ
অসংখ্য বন্ধন মাজে
"লভিলা মুক্তিৰ স্বাদ মহানন্দময়"
তুমি বিশ্বমানৱৰ
প্ৰতি প্ৰাণে প্ৰাণে সুৰৰ পৰশে
কৰি গলা মহাপ্ৰাণ
মৰণতো দান।।

---

# যুগ-বেণু

(১)

যুগে যুগে বাজে কত
অনাহত মুৰলীৰ তান—
যি সুৰৰ প্ৰাণ পৰশত
মানৱৰ আহে দিব্য জ্ঞান।
যি মুৰলী বাজিলে এদিন
অতীতৰ বৃন্দা নকুঞ্জত,
গোপিনীৰ প্ৰেম-বীণা জুৰি
সেই সুৰ বাজিল বিশ্বত।
যি সুৰত শ্যামলা যমুনা
সোঁত এৰি উজনিলে' বলে,
গছ-লতা-পশু-পক্ষী-ফুলে
মুৰলীৰ মধু-গীতি গালে।
গোকুলৰ প্ৰেমপ্ৰৱাহত
উলটিল বিশ্বৰ সাধনা
জোন-বেলি আকাশে-বতাহে
বিকশিলে নৱ উন্মাদনা।

(২)

আকৌ বাজিলে বাঁহী মহাভাৰতৰ
কুৰুক্ষেত্ৰ সমৰথলিত
কঁপাই তুলিলে যত অৰিৰ পৰাণ
"পাঞ্চজন্য" কৰি নিনাদিত।
ঘোৰ ৰৱে প্ৰলয় নিনাদে
বাজিছিল "পাঞ্চজন্য" ধ্বনি,
আতঙ্কত কঁপে ত্ৰিভুৱন
কঁপে পাপ, কঁপায় মেদিনী।
পৰাজিন কৌৰৱ বাহিনী
যুগধৰ্ম্ম হ'ল সংস্থাপন,

উৎপীড়িত পঞ্চ পাণ্ডৱৰ
ৰথৰ সাৰথি নাৰায়ণ।
গীতা-বাণী হ'ল প্ৰচাৰিত
"ফাল্গুনীয়ে" পালে দিব্যজ্ঞান
যুগে যুগে ধৰ্ম্মৰ গ্লানিত
দুষ্কৃতিক কৰা বিনাশন।
উত্তিষ্ঠত জাগ্ৰত বীৰ
যুগ-ধৰ্ম্ম কৰাহে প্ৰচাৰ,
তমোগুণ এলাহ হতাশা
কৰা বীৰ! কৰা পৰিহাৰ।
বীৰ তুমি সমৰক্ষেত্ৰত
ধৰা অসি অন্যায়ৰ হকে
উৎপীড়িতা ভাৰত-জননী
বীৰ-ধৰ্ম্ম ভীৰুত নাথাকে।
কৰ্ম্মত তোমাৰ অধিকাৰ
ফলাফল বিভুৰ হাতত,
বীৰ তুমি সমৰবিজয়ী
কৰ্ম্ম তযু সমৰক্ষেত্ৰত।
যি সুৰৰ মধুৰ পৰশে
বিশ্বজয়ী পাৰ্থ মহাবীৰ
অজেয় গাণ্ডীৱ, পাশুপতে,
সংহাৰিলে ভাৰ ধৰণীৰ।

(৩)

সেই বেণু আকৌ বাজিলে
কপিলবাস্তুৰ কাৰেঙত
তথাগতে সংসাৰ তিয়াগি
"বোধিসত্ত্ব" হ'ল জগতত।
পুত্ৰ, জায়া, সুখ, ৰাজভোগ
হেলাৰঙে কৰি বলিদান
তপস্যাৰ নিৰ্ব্বাণ পথত
মহাসত্য কৰিলে সন্ধান।

বলিদান সুৰাপান ৰত
হিংসা দ্বেষ মত্ততাৰে ভৰা
সেই দিনা শত ব্যভিচাৰে
আতঙ্কত কঁপিছিল ধৰা
“তথাগতে” তপস্যাৰ যোগে
“বোধিদ্রুম” তৰুৰ মূলত
পালে মহা শান্তিৰ বাতৰি
“ক্ষান্তি পাৰমিতা” মহাব্ৰত।
জৰা মৃত্যু ৰোগজয়ী বাণী
প্ৰচাৰিলে বিশ্বৰ মাজত,
অহিংসাৰ মহামন্ত্ৰ দানি
শান্তিপথ থলে জগতত।
ভুৱা এই জাগতিক সুখ
ক্ষন্তেকীয়া ভোগৰ বাসনা,
বুদ্ধৰ চৰণ সাৰ কৰি
লোৱা ভিক্ষু ত্যাগৰ সাধনা।
বোৱা বিদ্যা, লোৱা জ্ঞান,
ধন্য কৰা মানুহ জনম
অহিংসা দয়াৰ মহাপথে
অহমিকা কৰা বিনাশন।
অহিংসাৰ মহান বাতৰি
বুদ্ধবাণী পতাকাত উৰে,
সাগৰৰ সিপাৰ টৌৱাই
পৰ্ব্বতৰ কন্দৰে কন্দৰে।

(৪)

তাৰে আজি নৱ প্ৰতিধ্বনি
মানুহৰ লুপ্ত মৰ্ম্মকথা
হিয়া ভেদি বাজিছে আকৌ
জৰ্জ্জৰিত বসুধাৰ বেথা।
ক'ত তুমি অসীম বিহাৰী
বজোৱা কি সুৰে তুমি বেণু,

অনন্ত গোলক জুৰি ঘূৰে
চন্দ্ৰ সূৰ্য্য গ্ৰহ তৰা ধেনু।
আহা আজি "যুগ-বেণু" ধাৰী
সুদৰ্শন ৰথচক্ৰ ধৰি—
"পাঞ্চজন্য" বজোৱা আকৌ
বসুধাৰ হৃদয় বিদাৰি।
উৎপীড়ন পাপ অত্যাচাৰে
ৰঙা তেজ ৰাঙলী ধৰণী,
নিৰ্য্যাতিত মানুহ আত্মাৰ
উঠে শুনা কৰুণ বিননি।
ওভতক লুইতৰ সোঁত
বজোৱা তোমাৰ মধুবেণু,
তুলি ল'ক শিৰত জগতে
ভাৰতৰ পুণ্য তীৰ্থৰেণু।
সত্যালোক পেলোৱা ধৰাত
মানৱক দিয়া সত্যজ্ঞান,
প্ৰীতি প্ৰেম মহাবাৰুণীত
বিশ্বে যেন কৰে শান্তিস্নান।।
ওঁ শান্তি।

---

# মুক্তি

অসীম বিয়পি আছে
তৰঙ্গে তৰঙ্গে ভাহি
মুক্তিৰ হিল্লোল,
মন্দিৰে মন্দিৰে বাজে
মহাসুৰ মুক্ত ৰাগিণীৰ
উল্লাস বিপুল।
প্ৰতি প্ৰাণে, প্ৰতি মনে,
নাই মৃত্যু, নাই ভয়
শিৰাই শিৰাই বয়
বাৰুণীৰ সোঁত—
বাধাহীন উন্মত্ত কল্লোল
দুৰ্ব্বাৰ নিৰোধ গতি
লাগে মুক্তি! মুক্তি!
উতিষ্ঠত! জাগ্ৰত ৰৱে
প্ৰতিধ্বনি উঠে বাৰে বাৰে
অন্তঃস্থল ভেদি—
ভাহি যায় শত দ্বিধা
শত বন্ধনৰ
আজুৰি ছিঙিব খোজে
সবল বাহুৰে
দৃঢ় লোহাৰ শিকলি;
জাগি উঠে সুপ্ত শক্তি
তৰঙ্গে আঘাতি
উল্লসিত অজেয় পৌৰুষ
লাগে মুক্তি! মুক্তি!
পুঞ্জীভূত বিষ বহ্নিশিখা
জ্বলি থকা ঢিমাই ঢিমাই
বা লাগি জ্বলিল দুনাই
শান্তিৰ সলিল ঢালি

কোনে আহি দিবনো নুমাই?

তিক্ত প্ৰাণ, তিক্ত জীৱনৰ
অসহনি বন্ধনৰ,
লাঞ্ছিত বাসুকি আজি
উঠিছে ফোঁপাই।
শত ফণা মেলি
গ্ৰাসিব খুজিছে ধৰা
জ্বলি উঠে জ্বালাময়
বিষ বহ্নিশিখা
ৰোধে তাক কাৰ শক্তি
লাগে মুক্তি! মুক্তি!
দানৱৰ তাণ্ডৱত
অপমান মহামানৱৰ
সপ্ত লোক খলকিছে
দলিতৰ মহাআৰ্ত্তস্বৰ
বন্ধন জৰ্জ্জৰ,
শোষণে পীড়নে অবিচাৰে
লাঞ্ছিত দেৱতা জাগে
আসন তিয়াগি
মানৱৰ মহামন্দিৰত—
ৰোষ-অগ্নি জ্বলে নয়নত।
বাজিছে মুক্তিৰ
মহা শঙ্খধ্বনি
বিৱেক দ'লত
দেৱতা আহিছে নামি,
অন্তৰ্য্যামী ৰথ-ৰশ্মি ধৰি
ফুকাৰে আহ্বান ধ্বনি
পাঞ্চজন্য বাজে বাৰে বাৰে
কঁপে ত্ৰিভুৱন—
ৰোধে ধ্বনি কাৰ শক্তি
লাগে মুক্তি! মুক্তি!

---

# ভাৰতী

সুনীলিম জলধিৰ পৰা
উঠিলা যিদিনা তুমি
সাগৰ-জীয়াৰী জননী ভাৰতী মোৰ।
নৱ প্ৰভাতৰ অৰুণালোকত
পিন্ধি ৰত্ন হিমগিৰি চূড়া
কনক কিৰীটি
জ্বলিছিল শত প্ৰভা
জ্যোতিৰ দীপিতি
কঁপিছিল নীলাম্বৰী
নীলাম্বুৰ শুভ্ৰ ফেনৰাশি
লহৰে লহৰে নাচি
ধৌত কৰি কমল চৰণ
ফুলিল সিংহল পদ্ম চৰণতলত।
সুৱৰ্ণ পতাকা উৰি, মন্দিৰে মন্দিৰে
হিমাদ্ৰিৰ কনক চূড়াত
ঘোষিলে যিদিনা, দিগ-দিগন্ত বিয়পি
গৰিমাৰ গৌৰৱ কাহিনী,
বিজয়িনী! পৃথিৱীৰ সৰ্ব্বশ্ৰেষ্ঠা
সম্ৰাজ্ঞী, ভাৰতী ৰাণী।
ৰত্নগৰ্ভা,
সুৱৰ্ণ-ৰজত-মণি-মাণিক্য-খচিত
উৰুৱাই হেমাঞ্চল, সাগৰ সমীৰে
দিকে দিকে প্ৰচাৰিলে, পুণ্য যশগান।
জগতৰ অমৰাৱতীৰ
পুণ্যময়ী ভাৰতীৰ
নীতি কীৰ্ত্তি তপস্যাৰ অদ্ভুত কাহিনী।।
সিদিনাৰ গৃহ-বন-ৰাজঅন্তঃপুৰ,
নিয়ন্ত্ৰিত আশ্ৰম ধৰ্ম্মত

বিবেক নীতিৰ শ্বেতধ্বজা
উৰিছিল আকাশ মাৰ্গত।
গৃহে গৃহে আশ্ৰমে আশ্ৰমে
বিলাস ঐশ্বৰ্য্যপূৰ্ণ নৃপ-প্ৰাসাদত
দৃঢ়নীতি তপস্যাৰ জ্যোতি উদ্ভাষিত,
আত্মত্যাগ আত্মোৎসৰ্গ
ধৰ্ম ভাৰতৰ।
ভাৰতৰ পুণ্য বেদী তপস্যা গঠিত
পৱিত্ৰ গাঁথনি গাঁথি দৃঢ় সংযমৰ
থাপিলে সিদিনা মিলি
আৰ্য্য ঋষিসৱে;
সেই দিনা সেই মন্দিৰত
দৰ্শনে বিজ্ঞানে জ্ঞানে
গৰিমাত মণ্ডিত ভাৰত।
আশ্ৰম ধৰ্ম্মত নিয়ন্ত্ৰিত জনগণ
সত্যাশ্ৰয়ী প্ৰজা ভাৰতৰ
পাপ কলুষতা শঠতাই
নোৱাৰে ভাঙিব দৃঢ় নীতিৰ বন্ধন।
অপৰাধীজনে শাস্তি পায় বনবাস!
পৰাচিত কৰে, অসংযত পাপ বাসনাৰ
দীৰ্ঘ দিন খাটি বনবাস—
লোকালয় আঁতৰত।
নিঃসঙ্গ জীৱন যাপি, অনুতাপ দাৱাগ্নিত
দগ্ধ কৰি আত্মদোষ,
শুদ্ধ হয় নৰ-নাৰী
অৱগাহি ভাৰতৰ,
ত্যাগময় যজ্ঞ-সলিলত।
দেশৰ দুৰ্ভিক্ষ মহামাৰী
প্ৰজাক্ষয় অকাল মৃত্যুত
দোষী হয় নৰপতি!
প্ৰজাৰ দুখৰ প্ৰায়শ্চিত্ত
কৰে নিজে ৰাজৰাজেশ্বৰে।

ব্ৰত ধৰি তপস্যা আচৰি
দান-ছত্ৰ ব্ৰত কৰে ভঁৰাল উজাৰি
প্ৰজাৰ দুখৰ ভাগ, কাঢ়ি লয়
ৰাজৰাজেশ্বৰে
শান্ত কৰে প্ৰজাগণ,
ৰাজ-ধৰ্ম্ম অতীতৰ এয়ে ভাৰতৰ।
ব্ৰাহ্মণ্য ধৰ্ম্মৰ, ব্ৰহ্মাতেজে
জ্যোতিৰ্ম্ময় ভাৰতৰ পুণ্য তপোবন;
জ্বালি হোমানল
আহুতি হোমত
ষড়ৰিপু বাসনা কামনা
সংযমৰ কঠোৰ ত্যাগত,
তিলে তিলে ক্ষয় কৰি মেদ শৰীৰৰ
লাভ কৰে তাপস ব্ৰাহ্মণে
দিব্য জ্যোতি উদ্ভাসিত
তপোময় যোগ তনু।
সমাধি আশ্ৰয় কৰি
যোগসূত্ৰ থাপি
অনন্তৰ অসীম জ্ঞানৰ
মহাজ্যোতি কৰে আহৰণ।
সত্যাশ্ৰয়ী ৰসনাৰ
মহাবাক্য নহয় স্খলিত
নয়নত তপঃ জ্যোতি হয় বিস্ফাৰিত,
ভাৰতৰ সত্যাশ্ৰয়ী তাপস ব্ৰাহ্মণ।
শান্তিপূৰ্ণ আশ্ৰমত
মহামুনি গুৰুৰ দীক্ষাত
প্ৰতিপালি ব্ৰহ্মচৰ্য্য ব্ৰত
শিক্ষা কৰে ছাত্ৰগণে;
আশ্ৰম তৰুৰ স্নিগ্ধ ছায়াৰ তলত
বাকলি-বসন পিন্ধি
কুশাসন আসনত;
ৰাজ-পুত্ৰ দৰিদ্ৰ-সন্তানে

সাম্য নীতি শিক্ষা কৰে
গুৰুৰ শিক্ষাত।
দৰ্শন বিজ্ঞান জ্ঞান ৰাজ-নীতি;
ৰণ-নীতি; বেদ-বেদান্তৰ
যোগ জ্ঞান সমাধি নিৰ্ব্বাণ।
শান্তিপূৰ্ণ তপোবনবাসী ছাত্ৰগণ
ফল-মূল কৰি আহৰণ
দিনান্তে আহাৰ কৰে পৰ্ণ কুটীৰত।।
মাতৃসমা গুৰুপত্নীসবে—
স্নেহ-সুধা বিগলিত প্ৰাণে
পুত্ৰ সম প্ৰতিপালে শিষ্যসকলক।
ছাত্ৰগণে ধৰি দৃঢ় ব্ৰত,
দুটি দণ্ড নিশা যাপি তৃণৰ শয্যাত
ব্ৰহ্ম মুহূৰ্ত্ততে শয্যা এৰি
প্ৰাতঃস্নান কৰি সমাপন—
গায়ত্ৰী আহ্নিক ধ্যানে
প্ৰভাত সৱিতা বন্দে ছন্দ সাম গানে।
সৌম্য শান্ত ব্ৰহ্মচাৰী
ভাৰতৰ কুমাৰ ছাত্ৰৰ
প্ৰভাত অৰুণ দীপ্ত,—
ব্ৰহ্মৰ্চয্য তেজোময় তনু
শৌৰ্য্য বীৰ্য্য দীপ্তিময় দীৰ্ঘায়ু জীৱন।
সিদিনাৰ ভাৰতৰ কুমাৰী কন্যাৰ
দেৱাশীষ নিৰ্ম্মালি স্বৰূপ
অম্লান কুসুম প্ৰাণ—
পূজাৰিণীৰূপে
সংযমি বাসনা
দেৱতাৰ কৰে আৰাধনা।
মূৰ্ত্তিমতী সেৱাৰূপে
কায়বাক্যমনে কৰে
দেৱ-গুৰু অতিথি শুশ্ৰূষা।
গুৰু সমীপত

শিক্ষা কৰি নানা শাস্ত্ৰ
নৃত্য-গীত শিল্প কলা
সাঙ্গ কৰি পিতৃৰ গৃহত,
পূৰ্ণ যৌৱনত
বৰি লয় যোগ্য পতি
পিতৃৰ আজ্ঞাত।
সিদিনাৰ মহিয়সী নাৰী ভাৰতৰ
পৰিপূৰ্ণ তপস্যা আচৰি
ব্ৰহ্মবাদিনীৰ ব্ৰত ধৰি
পণ্ডিতসভাত শাস্ত্ৰ ব্যাখ্যা কৰি
ৰচিছিল বেদ সূত্ৰ আহুতি হোমৰ।
পিন্ধি কৃষ্ণাজিন,
উচ্চাৰি নিগূঢ় তত্ত্ব ব্ৰহ্ম গায়ত্ৰীৰ
নাম ললে ব্ৰহ্মবাদিনীৰ
ৰাজ-নীতি ৰণ-নীতি
সতীত্ব বীৰত্ব গৰিমাত
সিদিনাৰ বিজয়িনী নাৰী ভাৰতৰ
জগৎ সভাত।
সিদিনাৰ ভাৰতৰ
ত্যাগ-ধৰ্ম্ম মেৰুদণ্ডৰূপে
ঘোষিছিল উজ্জ্বল মহিমা।
ভাৰতৰ মহাতপা যোগী গুৰুসৱে
যোগবলে ত্ৰিদিৱৰ
শান্তি সুধা কৰি আহৰিত
ঢালিছিল শান্তিজল
ওঁম্ শান্তি শান্তি বাণীত।
ত্ৰিদিৱৰ পৰা—
শান্তিৰ অমৃতালোক
পৰিছিল ভাৰতভূমিত।

সেই দিনা হে ভাৰতী মোৰ!
তোমাৰ উজ্জ্বল কিৰীটিত

জ্ঞান ধৰ্ম্ম নীতি বিদ্যা
তপস্যা জ্যোতিৰ
জ্বলিছিল পুণ্যালোক
গৌৰৱ উজ্জ্বল।
হায়! আজি তুমি ক'ত,
ক'ত? ভাৰতভূমিত আজি
নীতি ধৰ্ম্ম ব্ৰাহ্মণত্ব
তপস্যাৰ মহাতেজ
অদ্ভুত কাহিনী
তপহীন ব্ৰাহ্মণৰ কলুষিত নিশ্বাসত
কলুষিত মহাবিশ্ব
ঘনে উঠে কঁপি
প্ৰলয় নিৰ্ঘোষ সৌ
বাজিছে ঘনাই।
স্তব্ধ সূৰ্য্য স্তব্ধ চন্দ্ৰ তৰা
পৰে উল্কা আকাশৰ পৰা
বিশ্বধ্বংসী মহাপ্ৰলয়ৰ
বাজে কালভেৰী
ক্ষীণা পুণ্যা তনু ভাৰতীৰ
পাপৰ ৰৌৰৱপূৰ্ণ
কলঙ্ক জৰ্জ্জৰ।

লুকোৱা, লুকোৱা মুখ
জলধি গৰ্ভত
চিৰতপস্যানিৰতা
মোৰ ভুৱনমোহিনী আই!
পাপৰ কালিমা ধুই
কাল ছাই মুখৰ গুচাই—
বুৰ যোৱা তুমি,
নীলজলধিৰ অতল তলত
যুগ হ'ক শেষ,
ধুই যত পাপ আৱৰ্জ্জনা।

আকৌ উঠিবা তুমি
কৰি স্নান মহাজলধিত।
অৰুণ কিৰীটি পিন্ধি
নৱ প্ৰভাতৰ।
সুনীল বসনা
কুমাৰী ভাৰতী আই
আকৌ থাপিবা সেই
কল্পনা অলকাপুৰী
নৱযুগ অতীত যুগৰ
বুৰ যোৱা দূৰ অতীজৰ
মোৰ চিৰবাঞ্ছিত স্বৰগ।
ৰচিবা আকৌ তুমি
দেৱতাবাঞ্ছিত
পৃথিৱীৰ শ্ৰেষ্ঠ স্বৰ্গ
ভাৰতভূমিত;
পুণ্যৰ অৰুণ ৰাগে
সুৱৰ্ণ ৰঞ্জিত হৈ
উজ্বলিব ভাৰতবৰিষ।।
তপোবনে তপোবনে
মহা সামগানে
নৱ ভাৰতৰ শান্তি
আশ্ৰমে আশ্ৰমে
বন্দিব চৰণ তৱ
কুমাৰ সেৱকে।
কুমাৰী ভাৰতী তুমি!
ভাৰতৰ ব্ৰতচাৰী
সত্যাশ্ৰয়ী কুমাৰ তাপসে
ৰচিব ভাৰত স্বৰ্গ
বন্দিব চৰণ তব
অমলিন পাৰিজাত
পুণ্য পুষ্পদলে।।

# মহাখেলা

কোন মহা জলধিৰ
অসীমৰ বালি লৈ
খেলিছা তোমাৰ খেলা
অসীম সুন্দৰ
ভাঙিছা গঢ়িছা সাজি
অসীমৰ বালিঘৰ
চন্দ্ৰ সূৰ্য্য গ্ৰহ তৰা
কোটি নক্ষত্ৰৰ।
সুন্দৰ তোমাৰ সৃষ্টি
সুন্দৰ ভুৱন জুৰি
সুবিমল সৌন্দৰ্য্যৰে
বিশ্ব শোভাময়;
সুশাসিতা প্ৰকৃতিত
সুন্দৰ তোমাৰ নীতি
যুগে যুগে নিয়ন্ত্ৰিত
ই বিশ্ব নিলয়।
সৃষ্টি ধ্বংস জন্ম মৃত্যু
বিৰহ মিলন-ৰাশি
দিন নিশা এন্ধাৰ পোহৰ
নিয়ন্ত্ৰিত প্ৰকৃতি বিশ্বৰ—
ভাঙিছা গঢ়িছা নিতে
হে উদাসী মহাশিশু!
সাজিছা নিপুণ হাতে
সজা পুতলাৰ।
পাতিছা কুমাৰ চাক
লক্ষ লক্ষ জীৱনৰ
বিনাশ-নীতিৰে ঘূৰি
অৱহেলে কৰিছা সংহাৰ।
সুন্দৰ ভীষণ তুমি।

নিৰ্ম্মম তোমাৰ নীতি
পাতিছা ময়াপী খেল
ধৰাত তোমাৰ।
সুন্দৰ বিশ্বত আজি
শতেক কৌশলে পাতি
ধ্বংসৰ মন্ত্ৰেৰে আনি
সংহাৰৰ মহাঅভিযান—
সুন্দৰ পৃথিৱী কৰি
পিশাচৰ প্ৰেতভূমি
মহাকালৰূপে আজি
মৰণৰ ধৰিছা যোগান।
পৃথিৱীৰ ধ্বংস পথ
মানুহে বিচাৰি ল'লে
জাতিয়ে জাতিৰ পিয়ে
বুকৰ ৰুধিৰ
মানৱৰ ধ্বংস অস্ত্ৰ
মানুহে বুকত হানি
দানৱীয় তৃপিতিত
উল্লাস অধীৰ।
মানৱ হৃদয় ধৰ্ম্ম
লুপ্ত হ'ল জগতত
প্ৰেম প্ৰীতি দয়া ধৰ্ম্ম
আঁতৰি পলাল।
মানুহৰ সুকুমাৰ
সুন্দৰ দেৱতা আজি
মানুহ প্ৰাণতে হায়
কেনিবা লুকাল।
আৰু তুমি,
কোন নিভৃত কোণত
খেলিছা আপোন মনে
সীমাহীন খেল।
খেলা!

দিয়া ঢালি জগতত
দেৱত্বৰ মন্দাকিনী
বিনাশি আসুৰী নীতি
পাতা অমৃতৰ মেলা।।

---

# মিলন-আহুতি

প্ৰাগ্‌জ্যোতিষৰ
পুৰা অৰুণৰ
সোণালী জেউতি লাগি—
অসমী বুকৰ
তৰুণ-তৰুণী
নীৰৱে উঠিছে জাগি,
গৌৰৱ অনুৰাগী—
সোণালী জেউতি লাগি
অসমীয়ে আছে চাই
মোৰ সন্তানৰ আলৈ-বিলৈ
কোনেও মাতোতা নাই
অসমীয়ে আছে চাই।
নিৰ্ম্মম অত্যাচাৰ
মানৱতাৰ সসীম লাঞ্ছনা
নিকৰুণ অবিচাৰ
নাই তাৰ প্ৰতিকাৰ
নিকৰুণ অবিচাৰ।
কোটি হিয়াৰ নীৰৱ প্ৰণতি
মৌন বাণীৰ নীৰৱ মিনতি
উঠিলে নীলিমা ভেদি—
মহামিলনৰ প্ৰভাস তীৰ্থত
ৰচিলে পূজাৰ বেদী
উঠিলে নীলিমা ভেদি।
জননী পূজাত তৰুণ ভক্তে
যাচিলে আঁজলি হৃদয় ৰক্তে
প্ৰাগজ্যোতিষৰ চৰণত দিলে
ৰঙা শোণিতৰ লেখা
জগতে পাবহি দেখা।

অসমী ছোৱালী সুঁৱৰিছে আজি
দূৰ অতীতৰ স্মৃতি;
অত্যাচাৰৰ নিৰ্ম্মম আঘাত
লৈছেহি বুকু পাতি
সুঁৱৰি জয়াৰ স্মৃতি।
পঞ্চতীৰ্থ লুইতৰ বুকু
ষষ্ঠতীৰ্থ হ'ল
ত্যাগ মিলনৰ পুণ্য বাতৰি
দশোদিশে বৈ গল
প্ৰাগজ্যোতিষৰ পঞ্চতীৰ্থ
ষষ্ঠতীৰ্থ হল।
শত ভেদাভেদ শত কলুষতা
নিমিষতে আঁতৰিল
ভাষাৰ কলুষ, জাতিৰ কলুষ,
যুঁজি যুঁজি ভাগৰিল।
শতেক যুগৰ সঞ্চিত পাপ
নিমিষতে আঁতৰিল।
প্ৰাগজ্যোতিষৰ শোণিতৰ লেখা
ৰব চিৰকাল জ্বলি
অস্ত্ৰবিহীন দুটি সুদা হাত
মূৰ পাতি লৈ মৃত্যু আঘাত
অসমৰ বীৰে আৱৰি ৰাখিলে
জননী ভনীৰ মান
সবল দুবাহু মেলি
জীৱনক অৱহেলি।
অসম বীৰৰ সুপ্ত পৌৰুষ
নীৰৱে উঠিছে জাগি
প্ৰাগজ্যোতিষৰ ৰাগৰঞ্জিত
গৌৰৱ অনুৰাগী
নীৰৱে উঠিছে জাগি।

---

# যুগ দীক্ষা

বসুধাৰ শান্তিসূত্ৰ
কঁপে ঘনে ঘনে
প্ৰলয়ৰ বাজে জয়-ভেৰী,
আতঙ্কত কঁপি উঠে
আতুৰা ধৰণী
বিশ্ব জুৰি মৰণ বাতৰি।
আকাশে পাতালে জ্বলে
মৰণ অনল
ভস্ম-চিতা জ্বলিছে ধৰাত
শুভ্ৰনী প্ৰকৃতি ৰূপ
শোণিত ভীষণা
ক্ষুধাতুৰা তেজৰ ক্ষুধাত।
চিৰশান্ত সুনীলিম
নীল মত্ত জুৰি
জ্বলে সৌ মৰণ অশনি
পিশাচৰ পাপখেলা
পাশৱতা ভৰা
দলিতৰ কৰুণ কিনিনি।
ব্যথিতৰ চকুলোৰ
আৰ্ত্তৰ বিলাপ
দৰিদ্ৰৰ বিকট চিয়ঁৰ
শান্তিময়ী পৃথিৱীত
ডাকিনীৰ খেলা
মৰণৰ উঠে হাঁহাকাৰ
অত্যাচাৰ অবিচাৰ
অনাচাৰে ভৰা
দানৱী গৰ্ব্বৰ পয়োভৰ
প্ৰলয়ৰ কালবাৰ্ত্তা
আহিছে ঘনাই

বসুধাৰ লাগিছে ভাগৰ।
মহা ৰুদ্ৰ যোগ ভঙ্গ
কৈলাস গিৰিত
ধ্বংস-অগ্নি জ্বলে নয়নত
পাতালত বাসুকীয়ে
শত ফণা মেলি
বিশ্ব দহে অগ্নি নিশ্বাসত।

বিষাক্ত সৰগী বায়ু
নীল আকাশৰ
বিহেভৰা সাগৰ সুনীল
পৃথিৱী গৰ্ভত ৰচে
মৰণৰ বেহু
ধূলিকণা পাপত পঙ্কিল।

তেজে ৰঙা ধৰাতল
তেজ-ৰঙা বায়ু
তেজ-ৰঙা পানী সাগৰৰ---
তেজপিয়া দানৱৰ
তেজৰ পিয়াহ
আৰ্ত্ত শিশু নাৰী-যুৱকৰ।
বিশ্বৰ কল্যাণ সূত্ৰ
শান্তিৰ সাধনা
ছিগি গ'ল পাপ পৰশত
ধৰিত্ৰীৰ বিয়াকুল
কাতৰ বিলাপ
ধ্বনি তাৰ লাগিছে স্বৰ্গত।
(আজি) জাগা মোৰ ধ্যানৰতা
তপস্বিনী আই!
জাগা মোৰ জননী ভাৰত!
আছে মাতৃ এতিয়াও

পুণ্য দেহ জুৰি -
তপোবল তোমাৰ বুকত।

আছে ত্যাগ যোগ শান্তি—
তপস্যা যোগীৰ
পুণ্যময় আছে তপোবন
বিশ্ব যদি ধ্বংস হয়
থাকিব ভাৰত
অমতৃৰ পুত্ৰ অমৰণ।

সুদৰ্শন চক্ৰধাৰী
পাঞ্চজন্য তুলি
প্ৰচাৰিব বাতৰি শান্তিৰ,
থাপিব সত্যৰ ধ্বজা
শুভ্ৰ শিখৰত
পুণ্যময়ী ভাৰতী বাণীৰ।

সিদিনা শুনিব বিশ্বে
বাণী ভাৰতৰ
ত্যাগময় চিৰ তপস্যাৰ,
জগতক 'যুগ-দীক্ষা'
দিব ভাৰতীয়ে
মহামন্ত্ৰ বিশ্ব কল্যাণৰ।

---

# তুমি অসমীয়া, তুমি যদি অসমীয়া

তুমি অসমীয়া, তুমি যদি অসমীয়া
মোগল পাঠান বীৰ
আদি সভ্যতাৰে পৰা
স্বদেশৰ হকে যুঁজি
চিৰদিন ৰাখি আছা
স্বাধীনতা জনমভূমিৰ
আজিও ৰাখিবা, সেই সুৱৰি অতীত
স্বাধীনতা,—
মোৰ চিৰচেনেহী জননী
নিৰুপমা ৰাণী জননীৰ।
যিদিনা ধৰাত আনি
ৰচিছিলা স্বৰ্গপুৰী
পৃথিৱীৰ নন্দন কানন
পৰিহৰি মৰুৰ সপোন
হে বিজয়ী! সেই সিদিনাও
তোমাৰেই বাহুবলে
পুৰাতন ইন্দ্ৰপ্ৰস্থ শোভিছিল
জাতিষ্কাৰ হৈ
পৃথিৱীৰ মাজত অকলে।
সি যুগ অতীত।
অতীত সি স্বাধীনতা স্মৃতিৰ সপোন
অতীত সি ভাষা আশা আচাৰ বিচাৰ
অতীত সি বাহুবল বিজয়ী বাহুৰ।
স্মৃতিয়ে পাহৰে—
তথাপিতো শোণিতে বীৰৰ
নেপাহৰে কেতিয়াও
ৰক্ত সোঁত বীৰৰ প্ৰাণৰ,
সেই বিশ্বজয়ী সুৰ
বাজিছে বুকুত আজি

দূৰ অতীতৰ।
আজি তুমি অসমীয়া,
কোটিকলীয়া চিৰগৰৱী দেশৰ—
আঁচলৰ মণি তুমি,
অসমৰ পুতলা প্ৰাণৰ।
অসমীৰ ক্ষীৰ পান কৰি
সমানে হৈছে ৰৰ
হিন্দু মুছলমান বড়ো
কছাৰী পাহাৰী,
লুইত পাৰৰ যত অসম সন্তান
অমৰণ অভগন
এটি এটি ৰক্তবীজ বিজয়ী যুগৰ।

ই দেশত নাই ভেদাভেদ
পৃথিৱীৰ দেৱপুৰী
বশিষ্ঠৰ পুণ্য তপোবন,
হিংসা দ্বেষ কুটিলতা
ই দেশত নোৱাৰে থাকিব,
অসমৰ উদাৰ বুকুৰ
মুকলি বতাহে—
ধূলি বালি ধুই লই যাব।

ইখনি বীৰৰ দেশ,
পৰ্ব্বত জীয়াৰী,
শক্তিৰূপা নাৰী ইদেশত
ত্ৰিশূলধাৰিণী সমৰত
ই দেশৰ নৰ-নাৰী সন্ততি বীৰৰ,
এটি এটি ৰক্তবীজ
বিজয়ী যুগৰ।

আহা বীৰ! আহা ভাতৃগণ!
কছাৰী পাহাৰী বড়ো

হিন্দু মুছলমান।
লোৱা অভিনন্দন
লোৱা ভ্ৰাতৃদ্বিতীয়াৰ বিজয় তিলক
জননীৰ জয়মাল্য পিন্ধাহি শিৰত।

লোৱা তুলি,
বাখৰখটোৱা সোণালী খাপৰ হেঙ্দান
সমস্বৰে অসমীৰ জয়গান গাই—
পৃথিৱী মাজত মোৰ
নিৰুপমা জননীৰ দৰে
উদাৰ কোমল হিয়া
আৰু ক'তো পাবলৈ নাই।
জাগা ভাতৃ!
জাগা যত বীৰৰ সন্তান!
লুইতৰ পাৰে পাৰে
বিচাৰি সোণৰ ফুল
মিনাকৰা দুবৰি বনত
সোণৰ কাৰেং সাজা
অসমী বুকত।
মুকুতাৰ থোপা আঁৰি
সোণৰ ক'লচী তুলি
আকাশ পৰশা—
গঢ়ি তোলা বিনন্দীয়া
জয় দ'ল যাউতিযুগীয়া।
থলোঁ সাঁচি দুটুপি চকুলো
অসমৰ জীয়াৰীৰ
ৰঙা জবা বুকুৰ তেজৰ
ৰচি দিম অৰ্ঘ্য এটি
জননীৰ সন্ধি পূজাত
ব্যথাতুৰ এই হৃদয়ৰ।।

---

# মেঘ দূত

কোন দূৰ অতীতৰ সৰগৰ
অলকাপুৰত
বিচ্ছেদ কাতৰ এটি তৰুণৰ
হৃদয় উচ্ছ্বাস
ৰচিছিল মহাকৱি কালিদাসে
কাব্য মেঘ-দূত
বাজে তাৰ প্ৰতি ছন্দ
জগতৰ বিৰহী বুকুত।
আজি নাই সি অমৰ কৱি
কত যুগ অতীতত শেষ,
আছে অঁকা অতুলন
সি যুগৰ অভিনৱ বেশ।
তোমাৰ ছন্দত কৱিবৰ!
ফুলি উঠে মানস পাৰত
অতীতৰ দেৱপুৰী
মনোমোহা সোণৰ ভাৰত।
সেই বন পুষ্পিত কানন
পৰ্ব্বত ভৈয়াম সৰোবৰ
আঁকিছা শতেক ছবি
বাৰিষাৰ বসন্ত কালৰ।
ৰূপহীৰ ৰূপ বিলাসত
প্ৰকৃতিয়ে কুসুম সম্ভাৰে
ধৰিছিল নিতৌ যোগান
অঙ্গৰাগ নানা বৰণেৰে।
নাৰীৰ ৰূপত ক'তো
অঁকা নাই কৃত্ৰিমৰ লেশ
সজালা শুৱনিকৈ
প্ৰকৃতিৰ কুঁৱৰীৰ বেশ।

কাণত শিৰীষ দুল
বতাহত লৰে আলাসত
শিৰত কদম ফুল
কুৰুবক খোপাৰ মাজত।
সেন্দুৰী গালত সনা
লোধ্ৰ পুষ্প পৰাগৰ ৰেণু
প্ৰকৃতিয়ে সজায় সদায়
অলকাৰ ৰূপহীৰ তনু।
ৰচিলা বিৰহ-গীত
সেই দিনা কাকনো সুঁৱৰি
আজিও বাৰিষা মেঘে
আনে দূৰ বিৰহ বাতৰি।

---

# উছৰ্গা

অমিয়া জগতখনি
যাৰ কৰুণাৰ
দেখা পালোঁ চেনেহ দানত,
হিয়াৰ তেজেৰে গঢ়ি
তুলিলে যিজনে
সযতনে সাৱটি বুকত,
সংসাৰ পথত যাৰ
শান্তিৰ বাণীয়ে
মুকুতিৰ বাট দেখুৱালে,
সুখে দুখে জীৱনৰ
বিপদ ধুমুহা
নিজ বুকু পাতি আঁতৰালে,
পিতা! মোৰ! গুৰু মোৰ!
আনিছো সজাই
পূজোঁ বুলি দুটি চৰণত,
ৰচা দুটি গীত মোৰ
বিষাদ সুৰৰ
জীৱনৰ সাঁজৰ পৰত।
নহয় নহয় গোৱা
অমিয়া কণ্ঠৰ
সুখ গীত শুৱলা মধুৰ,
দীপক আৰতি মোৰ
বেথা ওপচোৱা
অৰপিলোঁ 'সন্ধিয়াৰ সুৰ'।

## নিবেদন

১৯২৮ চনৰ জন্মাষ্টমী তিথিৰ দিনা— মোৰ প্ৰথম কবিতাৰ পুথি **'সন্ধিয়াৰ সুৰ'** ছপা হৈ ওলায় গুৱাহাটীৰ গোপাল বৰুৱা এজেঞ্চি প্ৰকাশনৰ পৰা। কলিকতাৰ ভাৰতমিহিৰ প্ৰেছত ছপা কৰা হয়। ১৯৪৬ চনত কলিকতা বিশ্ববিদ্যালয়ে 'সন্ধিয়াৰ সুৰ' আই-এ মহলাৰ দ্বিতীয় ভাষাৰ পাঠ্য মনোনীত কৰে। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাত 'সন্ধিয়াৰ সুৰ' পুনৰ ১৯৫১ চনলৈকে আই-এ মহলাৰ দ্বিতীয় ভাষাৰ পাঠ্য মনোনীত হয়। বুকলেণ্ড প্ৰকাশনৰ সহায়ত দ্বিতীয় সংস্কৰণ ছপা হয়। 'বাণী প্ৰকাশ মন্দিৰৰ পৰা' এইবাৰ তৃতীয় সংস্কৰণ প্ৰকাশ কৰা হয়। 'লয়াৰ্ছ বুক ষ্টল'ৰ সহায়ত বৰ্তমান সংস্কৰণটি প্ৰকাশ কৰা বাবে লয়াৰ্ছ বুক ষ্টললৈ শেষ কৃতজ্ঞতা জনালোঁ। ১৯২৮ চনতে মোৰ পূজনীয় পিতৃদেৱ কৰ্মবীৰ নবীনচন্দ্ৰ দেৱ আৰু শ্ৰীপদ্মধৰ চলিহাৰ যত্নত সন্ধিয়াৰ সুৰৰ ইংৰাজী অনুবাদ এটিও যুগুত কৰি থোৱা হৈছে, আগলৈ প্ৰকাশ কৰিবলৈ আশা কৰিছোঁ।

*লেখিকা*

১/৯/৬২ *গুৱাহাটী*

# আগকথা

আমাৰ পৰম পূজনীয়া মাতৃ স্বৰ্গীয়া নলিনী বালা দেৱীৰ ৰচিত 'সন্ধিয়াৰ সুৰ' নামৰ কবিতাৰ সংকলনটি ১৯২৮ চনত প্ৰথম প্ৰকাশিত হয় আৰু লগে লগে পুথিখনে পঢ়ুৱৈ সমাজৰ পৰা ভূয়সী সমাদৰ লাভ কৰে। পুথিখনৰ কেইবাটিও তাঙৰণ প্ৰকাশ হোৱাৰ উপৰিও এটি ইংৰাজী অনুবাদো প্ৰকাশ পায়। 'সন্ধিয়াৰ সুৰ'ৰ উপৰি মাতৃদেৱীৰ ৰচিত আৰু বৰ্তমানলৈ প্ৰকাশিত কবিতা-সংকলন হ'ল— 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগদেৱতা', 'জাগৃতি', 'অলকানন্দা' আৰু 'অন্তিমৰ সুৰ', 'অলকানন্দা' পুথিৰ বাবে তেখেতে ১৯৬৮ চনত সাহিত্য অকাডেমী বঁটা লাভ কৰে। তেখেতৰ অপ্ৰকাশিত কবিতা-পুথিসমূহ হ'ল— 'জোনাকী স্বপ্ন সুৰভি', 'মন্দাকিনী', 'সন্ধিয়াৰ সপোন পৰশ', 'সাঁজৰ পুৰৱী' আৰু 'মেঘদূত' (অনূদিত)।

আয়ে শিশুৰ উপযোগীকৈ ভালেমান নাট ৰচনা কৰিছিল। তাৰ ভিতৰত 'দেৱ পাৰিজাত', 'পাৰিজাতৰ অভিষেক', 'শেষ পূজা' 'প্ৰহ্লাদ', 'মীৰাবাঈ' আদি প্ৰধান। নাটকৰ উপৰি তেখেতে দেউতাক কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ 'স্মৃতিতীৰ্থ' (১৯৪০) নামেৰে এখনি জীৱনী গ্ৰন্থ লিখে। তদুপৰি তেখেতৰ আন দুখন জীৱনী-গ্ৰন্থ হ'ল 'চৰ্দাৰ বল্লভভাই পেটেল' আৰু 'বিশ্বদীপা'। তেখেতে 'এৰি অহা দিনবোৰ' নামে এখনি বিস্তৃত আত্মজীৱনী লিখে। তেখেতৰ প্ৰবন্ধৰ পুথি 'শান্তিপথ', 'মানস-তীৰ্থ' আৰু 'নাৰদীয় ভক্তিসূত্ৰ'।

আয়ে অসম সাহিত্য সভা, মইনা পাৰিজাত, সৰ্বভাৰতীয় শিশু অনুষ্ঠান মণিমেলা, বিভিন্ন কবি সন্মিলন, মহিলা আদি অনুষ্ঠানবোৰত সভানেত্ৰী হিচাপে বহুতো লিখিত আৰু মৌখিক ভাষণ দিছিল। ভালেমান লিখিত ভাষণ আমি সযত্নে ৰাখিছো আৰু একত্ৰে প্ৰকাশৰ কাৰণে যত্ন কৰি আছো; কিন্তু উপযুক্ত প্ৰকাশক নোপোৱা কাৰণে প্ৰবল ইচ্ছা থকা সত্ত্বেও আজি ইমান দিনে আইৰ পৰলোকৰ (১৯৭৭ চন) পিছত প্ৰকাশ কৰিব পৰা নাছিলো। এতিয়া আনন্দেৰে জনাব খোজো যে অসমৰ এগৰাকী লব্ধপ্ৰতিষ্ঠ প্ৰকাশক গুৱাহাটীৰ এল. বি. এছ প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাদেৱে আগ্ৰহেৰে আইৰ সমস্ত গ্ৰন্থ প্ৰকাশ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে আৰু সম্প্ৰতি আইৰ 'সন্ধিয়াৰ সুৰ'

আৰু ‘এৰি অহা দিনবোৰ’ ছপাবলৈ লৈছে। এই কামৰ বাবে শ্ৰীদত্তবৰুৱা ডাঙৰীয়াক আন্তৰিক ধন্যবাদ যাচিছো আৰু ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছো যাতে ভগৱানে তেখেতক এনে মহৎ কাম কৰিবলৈ শক্তি আৰু উৎসাহ দিয়ে। পূজনীয় আইৰ সমস্ত ৰচনা আটোমটোকাৰীকৈ ৰখা কাৰণে মোৰ সহধৰ্মিনী শ্ৰীমতী ৰেণুকা দেৱীৰ শলাগ ললোঁ।

আশাকৰোঁ এই পুথিখনে পূৰ্বৰদৰে পাঠকৰ স্নেহৰপৰা বঞ্চিত নহ'ব।

সদৌ শেষত স্বৰ্গগতা জননীৰ পৱিত্ৰ স্মৃতিত মূৰ দোৱাই আমাৰ বক্তব্যৰ সামৰণি মাৰিলো।

‘স্বপ্নাচল’
*দক্ষিণ শৰণীয়া, গুৱাহাটী*

**শ্ৰীউপেন্দ্ৰকুমাৰ চাংকাকতি**
২৪-১২-৯০ ইং

# মুখবন্ধ

হাতে লেখা অৱস্থাতে এই পুথিখনি অসমৰ প্ৰবীণ সাহিত্যিক চন্দ্ৰকুমাৰ আগৰৱালা আৰু ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াসকলে চকু ফুৰাই চাইছিল আৰু ছপালে ভাল হ'ব বুলি কৈছিল। সেই দেখি ভৰষা কৰি কিতাপখন ছপোৱা গ'ল।

এতিয়া গুণগ্ৰাহী পাঠক-পাঠিকা সকলে কিতাপখনি পঢ়ি ইয়াৰ দোষখিনি মৰষি ভালখিনি ল'লেই লেখিকা ধন্য হ'ব। ইতি।

*—নলিনী বালা দেৱী*

# সূচী

# অনাহূত

তোমাক বিচৰা নাই সুৱদি পুৱাৰ
জীৱনৰ সুধাময় পবিত্ৰ খেণত,
ঊষাৰ নিয়ৰে ধোৱা, মালতী শেৱালি তুলি,
দিয়া নাই প্ৰীতি ভকতিৰ পুষ্পাঞ্জলি।
অৰুণ ৰহণ সনা ভূত অৰ্ঘ্য লৈ
তোমালৈ বাট চোৱা নাছিলোঁ সমূলি।
তুমি হলে অমৃত হাতেৰে
সিঁচিছিলা শিৰত নিৰ্মালি।
প্ৰভাতৰ পুষ্প-শুভ্ৰ, দেৱ দেউলত,
হিয়াৰ তেজেৰ বন্ধা, হোমৰ বেদীত,
সুৰভি প্ৰদীপ জ্বালি অগৰু ধুপৰ
গাঁথিছিলোঁ সযতনে মালা পদুমৰ।
সেই হেম আসনত
কৰা নাই তোমাক বৰণ,
পূজা নাই এটি বাৰো
হে দেৱতা, তোমাৰ চৰণ;
তুমি চিৰ কৰুণাৰ আঁজলি ভৰাই
ফুৰিছিলা আঁৰে আঁৰে নীৰৱে বিলাই।।
অযাচিত সম্পদ তোমাৰ—
যাচি দিয়া সুগন্ধ সৌৰভ,
নেদেখা হাতেৰে তুমি দিছিলা ভৰাই;
জীৱন যজ্ঞৰ আহুতিত—
শেষ আজি সকলো বিভৱ!
সেই দিনা সেই উছৱত
ভৰি মোৰ সৰু ঘৰখনি,
সুখময় মিলনানন্দত
বাজিছিল মঙ্গল ৰাগিণী।
সেই উছৱত প্ৰভু! পতা নাই তোমাৰ আসন,
মতা নাই তোমাক এবাৰ, কৰা নাই তোমাক স্মৰণ।

তেওঁ তুমি অনাহূতৰূপে
ধৰিছিলা নীৰৱে যোগান।
সামৰণি, আজি মহোৎসৱ
জীৱনৰ সন্ধিয়া পৰত,
থামি গ'ল উৎসৱৰ গীতি
বিজয়াৰ সুদা মণ্ডপত।
উৎসৱ দীপালি আজি নাই জ্বালি থোৱা—
উলাহৰ বীণখনি নাই আজি কোনেও বজোৱা।
বেলিৰ জেউতি সৌ বুৰ গ'ল সাগৰ বুকুত,
এন্ধাৰ ঘনাই আছে বিষাদৰ কালিমা ৰূপত।
নিমেষত আঁতৰিল—
পুঁৱতিৰ অলীক সপোন,
ডাৱৰে ধৰিছে ছাটি—
প্ৰভাতৰ সোণালী কিৰণ।
জীৱনত কোনো দিনে
নপৰিল তোমাক মনত;
আজি এই আবেলিৰ বিদায় পৰত,
গহীন এন্ধাৰে ঢকা—
সীমাহীন সাগৰ পাৰত,
তোমালৈ পৰিছে মনত।
অ' মোৰ পৰম প্ৰিয়!
তুমি ক'ত তুমি ক'ত ক'ত?
ভিখাৰী অধম আজি
হীন বেশ দীন অতি দীন,
গৌৰৱ দৰপ অহমিকা
শেষ আজি ধূলিত বিলীন।
শুকান হিয়াৰ খোলা
শুকান দুখনি ওঁঠ ভৰি,
হৃদয়ৰ সুদা পাত্ৰখনি
তোমাৰ অমৃতে দিয়া পূৰি।
জীৱনৰ প্ৰতি পাতে পাতে—
অঁকা তযু চৰণৰ ৰেখা,

তোমাক এবাৰো প্ৰভু!
জীৱনত পোৱা নাই দেখা।
বিয়াকুল শত আশা
হিয়াতেই নিতে যায় মাৰ,
জীৱনত কোনো দিনে
দেখা জানো নেপাম তোমাৰ।
ভিক্ষা পাত্ৰখনি মোৰ নিদিবা নে অমৃতেৰে পূৰি?
ধূলিময় পৃথিৱীৰপৰা
নলবা নে, নলবা নে তুলি?
তোমাৰ অমৃত স্পৰ্শে
শীতলাই তনু মন প্ৰাণ—
নিদিবা নে শেষ বাৰ শোক দুঃখ সন্তাপ পাহৰা—
শান্তিময় চৰণত স্থান।।

---

# সঁচানে ?

সঁচাকৈয়ে তুমি বাৰু
　　প্ৰাণৰ আকুল ব্যাকুলতা
　　নোৱাৰা সহিব হেনো ?
　　সঁচা জানো এই কথাষাৰি ?
তোমাক মাতিলে হেনো
　　আতুৰত বৰ দুঃখ পাই
　　বেদনাৰে হিয়া ওপচাই
　　তুমি হেনো দিয়াহি সঁহাৰি ?
নোৱাৰা সহিব হেনো
　　চকু পানী টুপি হতাশাৰ,
　　ব্যথিতৰ অথিৰ হিয়াৰ,
　　তুমি হেনো বৰ দুঃখ পোৱা ?
কাতৰ প্ৰাণৰ হেনো
　　হিয়া জোৰা দুখৰ বোজাটি
　　তুমি আহি নিজে তুলি লোৱা !
তুমি হেনো তাপিতক
　　দিয়া শান্তি প্ৰাণ শাঁত কৰা
　　নিৰাশাত আশা দীপ জ্বালি ?
হিয়া ভগা বেদনাৰ
　　শালি থোৱা শোক শাল ডালি
　　তুমি হেনো পেলোৱা উঘালি ?
তুমি হেনো নিৰাশ্ৰয়
　　অকলশৰীয়া পথিকক
　　বাট দেখুৱাই লৈ যোৱা ?
তুমি বোলে তাপিতৰ
　　ত্ৰিতাপ তাপিত হৃদয়ত—
　　সান্ত্বনাৰ আশ্বাস শুনোৱা !
তেনে তুমি আছা বাৰু ক'ত ?
　　জগতৰ প্ৰতি ৰেণু মাজে—

আছা তুমি জানো ভালকৈয়ে,
তথাপি তথাপি মোৰ—
হিয়া ভৰা আকুল বাসনা
বিয়াপিছে তোমাৰ কাষলে'।
অন্তৰ বিদৰি নিতে
উঠে হাহাকাৰ বিৰহৰ
আছা তুমি আছা তুমি ক'ত?
পাওঁ প্রিয় পাওঁ মই
জীৱনৰ প্রতি পলে পলে
তোমাৰ আশ্বাস
তৃপ্তি কিয় নেপাওঁ প্রাণত?

---

# পাহৰা সপোন

সপোন কাহিনী মাথোঁ
মানুহ জীৱন
লীন হয় নিয়তিৰ অনন্ত সোঁতত,
মানুহ জীৱন ভৰা ৰহস্য নিগূঢ়
শেষ হৈ যায় দূৰ অতীত গৰ্ভত।

দিন যায় মাহ যায়
বছৰ বাগৰি
অসীম বিশ্বৰ লীলা, অসীমত মাৰ যায়
কোনে কাৰ ৰাখিছে বাতৰি!
হে অনাদি মহাকাল!
পাতনি তোমাৰ
উদঙোৱা ওৰণি মুখৰ,
এটিবাৰ উজলোৱা
দূৰ অতীতৰ—
মাৰ যোৱা স্মৃতি ৰেখা
মানস পটৰ।
কোন দিনে বাজি যোৱা
ভগা বীণখনি
বাজক হিয়াত তাৰে
ক্ষীণ প্ৰতিধ্বনি
মধুৰ প্ৰভাতী স্মৃতি
সপোনৰ দৰে
প্ৰীতিৰ নিজৰা যেন
মিলনৰ মেলা,
পুঁৱতিৰ শুভ্ৰ শোভা
গধূলি বেলিৰ
ভাঁহি উঠি মাৰ যায
সপোনৰ খেলা।

সিদিনাৰ হাঁহি মুখ
জীৱন পুৱাৰ
সিয়ো যেন ছঁয়াময়া
ছবি সপোনৰ।
কোন দিনা বাজি যোৱা
হৃদয় বীণত
গঁথা থাকে অজানিতে
পাহৰা সুৰত
সময়ৰ সমাবেশে
কঁপিলে এবাৰ
বাজি উঠে সুপ্ত বীণা
নিমাতি সুৰৰ।

জিলিকে স্মৃতিৰ ৰেখা স্মৰণ পাৰৰ,
পাহৰি প্ৰভেদ শত যুগ বছৰৰ;
শৰতৰ মধুময়ী জোনাকী নিশাত
মৰম পৰশি বজা ব্যাকুল বীণাত
হিয়াৰ গুপুত ছিগা তাঁৰ এডালিত—
ৰৈ যায় বেশ এটি ব্যথাৰ স্মৃতিত।

বীণৰ সুৱদি সুৰে
মানসৰ কল্পনা পাৰত
অশ্ৰুৰ সাগৰ ৰচে
বিষাদৰ ব্যথাৰ সুৰত।
জীৱনৰ সুখ দুখ
হাঁহি খেলা আনন্দৰ গীত,
সিও ধীৰে ডুবি যায়
বিস্মৃতিৰ এন্ধাৰ পুৰীত।
অসীম বিশ্বৰ নীতি
কোনে তাক পাৰে ওলোটাব?
অসীমৰ বন্ধা ৰীতি—
অসীমত সমাধি লভিব।।

---

# শেষ অৰ্ঘ্য

বৈ আছোঁ শেষ অৰ্ঘ্য লৈ
পূজোঁ বুলি তোমাৰ চৰণ;
জীৱনৰ গধূলি পৰত
কৰোঁ বুলি তোমাক বৰণ।
অপূৰ্ণ সাধনা মোৰ
নহব নে জীৱনত পূৰ;
তোমাৰ পোহৰে আৰু
নহব নে অমানিশা দূৰ।
মনোময় মন্দিৰৰ
সযতনে নিৰলা কোণত,
বিকশিত ফুল তুলি
জীৱনৰ কুসুম-বনত;
সজালোঁ চন্দন মালা
সুগন্ধিত অগৰু ধূপৰ,
জোনাকৰ সুধা আনি
পূৰ্ণিমাৰ জ্যোতি মনোহৰ।
চন্দন শুকাই গ'ল—
শুকাল মালতী কৰণিতে;
ধূপগছি পুৰি গ'ল
শলাডালি পুৰিল বন্তিতে!
ৰচিলোঁ শুৱলা সুৰ
কত লয় কতনো তানত;
শুনাম তোমাক বুলি
বীণখনি তুলিলোঁ হাতত।
বজালোঁ ব্যাকুল বীণা
দেউলৰ দুৱাৰ-দলিত;
আকুল গীতেও মোৰ
নপশিলে চৰণ-তলিত!

জিৰালে ভাগৰি গীত
থমকিলে সুৰৰ-ঝঙ্কাৰ;
নিৰাশাৰ ছিগা তাঁৰ
কঁপি গ'ল বীণাতে মোৰ।
পুৱাৰ প্ৰতীক্ষা কত
দীঘলীয়া জোনাক যামিনী,
চাওঁতে চাওঁতে বাট
ভাগৰিলোঁ লাগিল আমনি।
ধীৰে ধীৰে জীৱনৰ
বন্তিগছি আহিছে নুমাই;
ধূপ দীপ পুৰি গ'ল
ব্যৰ্থতাৰ সৌৰভ বিলাই।
আজি যদি আহা তুমি
সন্ধিয়াঁৰ বিদায় পৰত,
কিহেৰে বৰিম প্ৰভু!
কিনো আছে শূন্য কুটিৰত?
সকলো আজৰি কৰি
মৰণ-পথৰ যাত্ৰী হৈ,
আছোঁ বাট চাই আজি
আশা কৰি শেষ দিনলৈ।
দুচকুৰে বৈ পৰা
হিয়াভৰা তপত শোণিত;
ভৰি থলোঁ অৰ্ঘ্য এই
অৰপিম পূজাৰ বেদীত।
এয়ে আজি প্ৰভু! মোৰ
উপচাৰ তোমাৰ পূজাৰ;
দীন আয়োজন মোৰ
হিয়া ভৰা চিৰ বেদনাৰ।
শুকাল কুসুম-অৰ্ঘ্য,
জ্বলালা বুকুত জ্বলা জুই;
ইবাৰ তোমাৰে মোৰে
দেখা হ'ব জানিলোঁ নিশ্চয়।

অনন্তৰ আৰাধনা
হ'ব জানো ব্যৰ্থ মোৰ সখা!
পোহৰাই হিয়াপুৰী
নিদিবা নে তুমি মোক দেখা?
হে চিৰ সুন্দৰ! লবা
শেষ অৰ্ঘ্য ব্যথিত প্ৰাণৰ,
অৱশেষে ভস্মশিখা
পুৰি যোৱা জীৱন ধূপৰ!
এই জীৱনতে নতুন
মৃত্যুলোক কৰি আলোকিত
অৰূপ অনন্ত ৰূপে
দিবা দেখা হে চিৰবাঞ্ছিত!
ৰচিম হোমৰ বেদী
চিৰ শেষ শ্মশান-চিতাত;
নিবেদিত অৰ্ঘ্য মোৰ
পূৰ্ণ হব হে পূৰ্ণ! তোমাত।
চিতাগ্নি হোমাগ্নি হব,
সমীৰণ মলয় চন্দন;
সিদিনা সাৰ্থক হব
পূৰ্ণ অৰ্ঘ্য পূৰ্ণ ই জীৱন।

---

# প্ৰতীক্ষা

জীৱনৰ মৰণৰ সীমাৰ মাজত
বৈ আছে সুনীল সাগৰ
নেদেখা পাৰৰপৰা ৰিণি ৰিণি ভাঁহে
গীত এটি বিষাদ সুৰৰ।
সন্ধিয়াৰ এন্ধাৰত টিমিকি টিমিকি
জ্বলি থকা এটি দীপ শিখা
নিজান পাৰৰ কোন অজানা পথিকে
কৰে কাৰ পাৰৰ প্ৰতীক্ষা।
নুমাওঁ নুমাওঁকৈ চাকিৰ শলিতা
জ্বলি উঠে আকৌ দুনাই
শলিতা বঢ়াই দিয়ে কোনে বাৰু বহি
বতাহত জানোচা নুমায়।
আশা নিৰাশাৰ বান্ধি বিষাদৰ বোজা
বৈ আহে পছোৱা নিশাৰ,
নিয়ৰৰ সতে মিলি মৰত চকুত
গাঁথেহি মুকুতা মালা ধাৰ
সিপাৰৰ হুমুনীয়া উটি উটি আহে
পাৰ হৈ মহা পাৰাবাৰ,
ইপাৰত ঢৌৱে কৰে থৌকি বাথৌ
আকুলতা জনাই হিয়াৰ।
ওৰে নিশা উজাগৰে তৰাৰ মুখত
থাপি দুচকুৰ ব্যাকুলতা
কথা নাই মাত নাই মাথোন হিয়াৰ
উটুৱাই অজান বাৰতা।
মচি দিয়া সুধা পৰশত
মিলনৰ অনাদি সূত্ৰত
হিয়া-জোৰা বিষাদৰ ৰেখা
কোনে বাৰু পায় তাৰ দেখা!

---

# শেষ ভিক্ষা

দুৰণীয়া বাট ধৰি যাওঁতে যাওঁতে
উঠে যদি ভৰিৰ কঁপনি
হাত ধৰি লাহেকৈ লৈ যাবা মোক
তুমি যেন নোপোৱা আমনি।
হিয়া যদি নিৰাশাৰ হয় মৰুভূমি
শান্তি বাণী নীৰৱে শুনাবা
ভাগৰত ভগা হিয়া ভাগৰি পৰিলে
তুমি মোক সাৱটি ধৰিবা।
দীঘলীয়া বাট কুৰি যাওঁতে বাটত
দেহ যদি হয় শক্তিহীন
লগৰীয়াবোৰে মোক এৰি থৈ যাব
নাৰাখিব মৰমৰ চিন।
প্ৰাণৰ সহস্ৰ কথা শত অভিমান
তোমাকেই কৰোঁ নিবেদন
কাকনো শুনাম প্ৰভু! ব্যথাৰ কাহিনী
তুমি যদি নেপাতিবা কাণ।
ঘোৰ আন্ধাৰত পৰি থাকিম অকলে
কোনে দিব এটি সমিধান,
হে মোৰ অন্তিম সখা! পৰম পদত
তুমিয়ে নিদিবা যদি থান।
কাঁইটনি জেং জোঁট পিঠলীয়া বাট
মোক তুমি দিবা দেখুৱাই,
গধূলি এন্ধাৰ হলে অচিন বাটত
মোৰ যেন বাট নেহেৰায়।
বুকুৰ মাজত বান্ধি দুখৰ বোজাটি
কঁপনি উঠিলে ভাগৰত,
বোকা পানী সানি লৈ মলিন বেশেৰে
থিয় হলে পদুলি মুখত।

ফটা চিটা বেশ দেখি মগনীয়া বুলি
ঘিণ কৰি নিদিবা খেদাই
নিৰাশ্রয় পথিকক তোমাৰ কাষতে
দিয়া যেন এডুখৰি ঠাই।

---

# নিৰাশা

এন্ধাৰ ঘোৰ আঁউসী নিশা
নুপুৱালে আৰু নুপুৱাব
জীৱনৰ মোৰ মহান সাধনা
মৰণ পাৰত সমাধি লব।
কতনো বেথাৰ গীতেৰে গোৱা
কত নিশা ৰচা চকুৰ লোৰে
কোন সুদূৰৰ দেউলত মোৰ
বাজিব আৰতি তোমাৰ সুৰে।
নিৰলা কোণত নিৰলে জ্বলোৱা
প্ৰাণৰ দীপালি উঠিব জ্বলি
বেথাৰ গীতিকা ৰচা হলে মোৰ
সুৰটিও যাব তোমাতে মিলি।

---

# পৰম তৃষ্ণা

আজিৰ নোহোৱা তুমি সুন্দৰী পৃথিৱী
জনমৰ যুগমীয়া তুমি,
তুমি মোৰ অনন্তৰ শান্তিৰ জিৰণি
অতীতৰ স্বপ্ন লীলা ভূমি।
কত বাৰ জনমিলোঁ তোমাৰ কোলাতে
গৈছিলোঁ আকৌ উভতি।
অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ
ঘূৰি ঘূৰি আহিলোঁ উভতি।
নিজৰা সোঁতত শুনো অতীত কণ্ঠৰ (যেন)
মাৰ যোৱা কৰুণ কিননি
অশৰীৰী আতমাৰ জিলিৰ মাততে (যেন)
গহীনাই উঠে হাবিয়নি।
ঊষাই মিচিকি হাঁহে হেঙুলি আঁচল মেলি
অৰুণৰ সোণালী ৰথত
নিশাৰ আন্ধাৰ ঠেলি সোণোৱালী বেলি উঠে
সুনীলিম পূব আকাশত।
দূৰণিৰ পখী জাকি উৰি যায় ৰিঙিয়াই
বিয়াকুল উদাসী সুৰত
প্ৰতিধ্বনি বাজে সুদূৰত।
মোৰো এই পিঁজৰাৰ অশান্ত পখীটি দেখো
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত।
পুৱতি নিয়ৰ সনা চেঁচা বাও চাটি মাৰি
বৈ যায় কপাল তিয়াই
স্বৰগৰ বাতৰি বিলাই।

মুদ খোৱা চকুযোৰ নৌ মেলোতেই
সপোন ঘুমটি জাল নৌ ভাঙোতেই

নিশা ঊষা মিলনৰ ৰঙা পোহৰত
যুগান্তৰ স্মৃতি ভাহে কল্পনা পটত।

শুনি বিহগীৰ গীতি
শুৱলা মাতৰ
ভাহি উঠে স্মৃতি যেন
কোন অতীজৰ।
গাই যোৱা অতীততে
কুলি কেতেকীৰ সতে
পাহৰা সুৰৰ কত গীত প্ৰভাতৰ

সনা আছে শত স্মৃতি
যুগান্তৰ প্ৰকৃতি ৰূপত
জোনাক জেউতি ঢলা
সুশীতল সান্ধ্য পৱনত।
সেউজীয়া পাথৰৰ
শ্যামল কোলাত
হঁহা কন্দা বেজাৰৰ

ঘাত প্ৰতিঘাত—
মোৰেই হিয়াৰে ঢৌ ভাৱ সাগৰত
থৌকিবাথৌ কৰি
উথলিছে প্ৰকৃতি বুকত
গাঁঠিছো অনন্ত মালা
লক্ষ্য জীৱনৰ
আধৰুৱাকৈ এৰা
শত কৰমৰ।
মানস মুকুতা লৈ
কল্পনাৰ হাৰ
ভাৰ বান্ধি লৈ যোৱা
অসীম বেথাৰ।

কিয় আহিছিলোঁ বাৰু
কিয় গৈছিলোঁ
কিহলৈ ঘূৰি ঘূৰি
উভতি আহিলোঁ।
কি কাম সাধিম মই
বিপুল বিশ্বত
আছিলোঁ ক'ত নো কিয়
ভাহিলোঁ সোঁতত।
নিয়তিৰ আৱৰ্ত্তত
ঘূৰিছোঁ সদায়
কোন দিনা পাম গৈ
জিৰণিৰ ঠাই।
পাইছো সকলো যেন
নাই পোৱা তেও
কিবা এটি নাই নাই নাই।
নোৱাৰো ফুটাই কব
মুখৰ কথাৰে
প্ৰাণে ভাব বিচাৰি নেপায়।
কোনে বাৰু দিলে তেনে
মানুহৰ আতমাত
বিশ্বগ্ৰাহী অতৃপ্তিৰ ক্ষুধা
যদি তেওঁ থোৱা নাই
আতমাৰ চিৰশান্তি
পৰশ মণিৰ প্ৰেম সুধা।

কোনেনো সদায় মাতে
আকুল উতলা মাতে
কোন দূৰ সুদূৰৰপৰা
যদি তেওঁ থোৱা নাই
বিয়াকুল জীৱনৰ
শান্তিময় সুখৰ নিজৰা!

ভোগতেই মানুহৰ
তৃপিতি পলোৱা হলে
বাসনাও নোৱাৰে থাকিব।

মানুহৰ আতমাৰ
চৰম সমাধি হলে
জীৱন মৰণো নেথাকিব।
মানুহৰ দুচকুৰ
অসীম সৌন্দৰ্য্য তৃষা
সুখ আশা হেপাহ বুকৰ
নহয় ই মৰতৰ,
খন্তেকীয়া জীৱনৰ,
সুখ আশা পৰম পদৰ
ৰূপ তৃষা চিৰ সুন্দৰৰ।

---

# অনুভূতি

আজি কিনো অভিনৱভাৱে
হিয়া মোৰ আকুল অধীৰ
অকুলত উটা নাওখনি
আজি যেন চাপিছেহি তীৰ।

চকুত ফুটিছে যেন
অজানিত পোহৰৰ ৰেখা
সুদূৰৰ অমিয়া ৰাজ্যৰ
পাওঁ যেন ৰিণি ৰিণি দেখা
ক'ৰবাত বাজে যেন
সুমধুৰ আকুল মুৰলী
অথিৰ ভাবৰ হিয়া
কিয় কৰে আকুলি বিকুলি।

এই শুভ মুহূৰ্তৰ
সমাপন নৌ হওঁতেই
শুৱনি ধৰণী শোভা
লুকাক চকুৰ কোণতেই
খুলি দিয়া নিজান পুৰৰ
দৃষ্টি মোৰ মঙ্গল মধুৰ
বাজিছে কাণত আজি
অজানিত মুৰলীৰ সুৰ।
ডুবোৱা ডুবোৱা মন
হে অসীম। তোমাৰ ধ্যানত
সুধা সম পৰশ তোমাৰ
পাওঁতেই হিয়াৰ মাজত।
অতুলন অভিনৱভাৱে
কৰোঁতেই হিয়া আলোড়ন

মোৰ যক চিৰকাললৈ
জীৱনৰ উতলা স্পন্দন।
নৌ যাওঁতেই মোৰ
ক্ষণিকৰ সত্য অনুভূতি
তোমাতেই লীন হ'ক প্ৰাণ
শুনোতেই অনন্তৰ গীতি।

---

# মিলন

কোনে কয় নেদেখি তোমাক
মৰতৰ মানৱ লোকত?
তুমি চিৰ গোপন দেশৰ
আছা মোৰ নিজান কোণত।
সপোন পাৰৰ তুমি
প্ৰভু মোৰ আৰাধ্য পৰম
মানসৰ তীৰে তীৰে
দিয়া আহি নিতে দৰশন।
নিশা আহে জ্বালি লৈ
জোনাকীৰ উজ্বল দীপালি।
আকাশৰ তৰাৰ শাৰীয়ে
গায় নিতে মঙ্গল উৰুলি।
গধূলিৰ ম্লান এন্ধাৰত
ধিয়ানৰ সপোন পাৰত
তোমাৰ লগত মোৰ
নিতে দেখা আকুল সুৰত।
যেতিয়া দোভাগ নিশা
সাৰহীন নিসুতি জগত
টোপনিত লাল কাল
অচেতন সপোন মোহত।
নিৰল পাটিত দেহ
ভাগৰুৱা তন্দ্ৰাৰ কোলাত
নিতৌ তোমাৰে দেখা
মানসৰ কল্প কাননত।
ঊষা আহে সোণালী সাজেৰে
গাঁথি লৈ নিয়ৰৰ মালা
পখীটিও নীৰৱ তেতিয়া
প্ৰকৃতিও তেনেই নিৰলা

পুৱতিৰ শুভ লগনত
অৰুণৰ ৰঙা পোহৰত
তোমাৰ লগত মোৰ
অনন্ত মিলন
নিতে দেখা শেৱালি বনত।।

---

# অতৃপ্তি

মানুহৰ জীৱনৰ
পূৰ্ণতাৰ তৃপিতি কিহত
কিনো বাৰু পাবলৈ বিচাৰে?
চিৰ মৰু অন্তৰৰ
বাসনাৰ তপত বালিক
কিহেনো তিয়াব বাৰু পাৰে?
পালেই নুমাব জানো
নিৰাশাৰ জুই
আৰু জানো নেপাব খুঁজিব,
পাৰ্থিৱৰ বিলাসিতা
নিতৌ যোগাই
অভিলাষ পাৰে নে পূৰাব?
অশান্ত মনক তেনে
কি দি নো বুজাবা?
বাৰু! কিহেৰে বুজিব,
নোপোৱা নেদেখা সুধা
আছে ক'ত কোৱা
হেৰা! কোনে আনি দিব?
নেপালে আশাৰ মউৰে
ৰাখে মাথোঁ প্ৰাণ—
সুখ আশাৰে জীয়াই,
এৰিলে পাৰ্থিব আশা
অশান্ত পৰাণ
চিৰ, শান্তিৰে জুৰায়।

---

# এন্ধাৰ

আজি কোন সুদূৰৰ
নুশুনা বাঁহীৰ সুৰ
বাজে মোৰ নিফুট বীণত;
ডাৱৰীয়া আকাশৰ
ঘোপ মৰা এন্ধাৰত
কিবা শুনো আকুল সুৰত।
এন্ধাৰ পৃথিৱীখনি
নাই পোহৰৰ লেশ
মোৰো হিয়া এন্ধাৰেৰে ভৰা।
বহি আছোঁ অকলৈ
উতলা পছোৱা ছাটি
বৈ গ'ল ক'ৰবাৰপৰা
শিয়ৰালে অন্তৰৰ
নিবিড় ভাৱনা ৰাশি
চমকিল বিজুলী চকুত;
জুৰালে নয়ন মোৰ
এন্ধাৰৰ দিব্য ৰূপে
কিবা এটি নজনা ভাৱত
আজি যেন এন্ধাৰত
অকলশৰীয়া মই
বিশ্ব মোৰ বহুত দূৰত;
উজ্জ্বল পোহৰ সতে
কোলাহলময় বিশ্ব
আঁতৰিছে বহু নিলগত।
এন্ধাৰ এন্ধাৰ মোক
ঢাকাহি নিবিড়ভাবে
ঢাকি ধৰা তোমাৰ আঁৰত।

মোৰ চিৰ সাধনাৰ
অমৃত সৰগ সুধা
পাওঁ মই তোমাৰ ৰূপত
শুৱনি আঁউসী মোক
পাতি দিয়া কোলা খনি
জীৱনৰ শান্তিৰ জুৰণি।
জীৱনৰ প্ৰতিচ্ছবি
মিলনৰ মধুৰতা
মৰমৰ নিবিড় ঢাকনি।

---

# নাৱৰীয়া

আজি মোক কোন পাৰলৈ
লৈ যাবা হেৰা নাৱৰীয়া
নেদেখোচোঁ সিপাৰৰ ৰেখা;

সন্ধিয়াই মেলি দিলে
এন্ধাৰ আঁচল ধৰণীত
চকুৰে নোপোৱা হলোঁ দেখা।

শাৰী শাৰী জিলিকিল
তৰাৰ বিমান আকাশত,
জোনাকীয়ে জ্বালিলে দীপালী।

আঁউসী এন্ধাৰ ধীৰে
নামি আহি চকু ঢাকি দিলে;
পছোৱা বলিছে হালি জালি।

নেজানো সিপাৰ পাৰ
কিনো ক'ত আছে,
গৰজিছে সাগৰৰ ঢৌ।

নেজানো অমিয়া দেশ
সিবা কত দূৰ
শুনো যাৰ বাতৰি নিতৌ।

আজি এই মহাসমুদ্ৰৰ
সীমাহীন অসীম বুকত
তাঁহিছো তোমাৰ সতে
যাত্ৰী মই অকলশৰীয়া।

নেজানো একোকে মই
উৰাদিহ নেপাওঁ বাটৰ,
তুমিয়েই লক্ষ্য মোৰ
অসমীৰ চিৰ লগৰীয়া।

---

# সমাধি

কোনো কালে তুমি মই
কোনো ৰূপে হোৱা নাই ভিন্,
হিয়াৰ উচ্ছ্বাস মোৰ
হব খোজে তোমাতে বিলীন।

জীৱন মৰণ মোৰ
নেথাকিব নেথাকিব যেন,
ধুলিময় দেহ সজা
সিও হব মাটিতে অচিন।

বিয়পিব আতমাটি
আকাশে বতাহে নীলিমাই,
জোনাকীৰ লগে লগে
ফুৰিব এন্ধাৰ পোহৰাই।

সিদিনা নেথাকে একো
সকলোৰে শেষ অতীতত
ৰ'ম মাথোঁ তুমি মই
আদি-হীন অসীম বিশ্বত।
তোমাৰ মিলন সূত্ৰ
হব এটি সূক্ষ্ম অনুভূতি,
সেই অনুভূতি লৈ
যামগৈ বিশ্বত বিয়পি।

তুমি জ্যোতি মই ৰেণু
হে অৰূপ! ৰূপৰ আলয়,
অনুৰূপে অনাদিত
তোমাতেই লীন হমগৈ।

---

# প্ৰহৰী

বিশ্ব মাধুৰী য'ত
ধৰে শোভা বেথাৰ গীতত,
চৰম দুখত সানে
সান্ত্বনাৰ অমিয়া বুকত,
থাকা তুমি থাকা তুমি ত'ত।

অপূৰ্ণ কণ্ঠৰ গীতি
থামে য'ত কৰি হাহাকাৰ,
নৰলে শুকাই য'ত
দুচকুৰ নিজৰাৰ ধাৰ
আশা তুমি তাত নিৰাশাৰ।

অনন্তৰ অভিযান
কৰি ৰোধ স্বৰগ দুৱাৰ,
অসংযত বাসনাৰে গঢ়ে
অসত্যৰ অভেদ প্ৰাচীৰ
হিংসা দ্বেষ স্বাৰ্থ অসূয়াৰ।

অন্যায়ৰ নিপীড়নে নিতে
পীড়িছে মানৱ প্ৰাণ য'ত,
আতুৰৰ আতুৰ মাতত,
প্ৰহৰীৰ দৰে তুমি নিতে
থাকা তুমি থাকা তুমি ত'ত।

নিপীড়িত হৃদয়ৰ লেখা
সকৰুণ শোণিতৰ ৰেখা
দলিতৰ শোকময় গাঁথা,
বিশ্বৰ পটত থাকে লেখা
অনিমেষে পোৱা তুমি দেখা।

নীৰৱে তোমাক দিয়ে আনি
অশ্রু অর্ঘ্য বেথাৰ গীতৰ
ব্যথাতুৰ আকুল হিয়াৰ,
দিয়া তুমি নীৰৱে আশ্বাস
মধুৰ পৰশ সান্ত্বনাৰ।
হে দেৱতা প্রভু! মোৰ
জীৱনৰ সজাগ প্রহৰী!
বাজে সৌ মৰণৰ ভেৰি,
মৰণত দিয়াহি অভয়।

জীৱনৰ ব্যৰ্থতাক যদি
পূৰ্ণকৈ দিয়া শেষ দিন,
মৰতত জন্মধৰা মোৰ
লেখৰ ই মাথোঁ দুটি দিন,
তোমাৰ অমৃতালোকে যেন
কৰি দিয়া অনন্ত অক্ষয়।

---

# অচিন পখী

ক'ৰপৰা আহিলি অ'
সৰু পখী তই
প্ৰভাত নতুন আলহী।
কিনো মোহ লগা মাতে
কৰুণ সুৰত
আবেগৰ গীতটি গালিহি।
নুবুজা মাতেৰে দিলি
ঘূৰাই পকাই
কিবা এটি নজনা বাতৰি,
কোনে জানে তোৰ এই
নুবুজা মাতত
কিনো আছে স্বৰগ মাধুৰী।
সদায় দেখোন তই
শুৱলা গীতেৰে
পুৱতিতে জগাবহি মোক—
অমৃত বাতৰি সতে
স্বৰ্গ দূত কৰি
কোনে বাৰু পঠিয়ায় তোক?
মোৰ এই মোক স্বপ্ন
ভাঙহি সদায়
কিনো তোৰ উদাস সুৰত,
দূৰ দিগন্তত তই
যাবি মিল হৈ
ময়ে মাথোঁ বন্দী বান্ধোনত।

# অকুলত

যা তোৰ নাওখনি বাই
আৰু বাধা নাই
নাওখনি বাই যা—
যা ঐ অকলশৰে
পাত তৰি দে
(অকুল পাৰৰ যাত্ৰী অ' তই)
অকলশৰে যা।
সুদূৰত নীল গগনত
আকুল চকু
ৰাখিবি, নহবি নিৰাশ
বান্ধিবি বুকু।
সুদূৰত লক্ষ তৰা
উঠিল জ্বলি
উতলা পছোৱা ছাটি
থাকিব বলি।
বাগৰি পৰিব দুগালেৰে তোৰ
নিৰাশা নয়ন লোৰ,
আকাশ সাগৰ একাকাৰ হৈ
নামিব এন্ধাৰ ঘোৰ।
নাওখনি তোৰ উটুৱাই দিবি
ধৰাল সুঁতি—
নেচাবি পাছলে ঘূৰি কোন বাটে
যাবিনো উটি।
(ইবাৰ) যাব যে লাগিব অকলশৰীয়া
অকলশৰে—
(তোৰ) নাই কোনো আজি
সহায় সাৰথি
ঘৰে বাহিৰে।

---

# ভাগৰুৱা

দুৰ্বল হৃদয় দেখো
পৰিছে ভাগৰি,
অসহনি জীৱনৰ ভাৰ।

এন্ধাৰ আকাশ ধৰা
এন্ধাৰ জীৱন
ঘোপমৰা আঁউসী নিশাৰ।

দেহত শকতি নাই
দুৰবলী চিত্ত
ক্ষমিবা হে বিশ্বৰ দেৱতা,

বাট যেন নেহেৰায়
অবাটেৰে গৈ
জ্বালি দিয়া জ্যোতিৰ শলিতা।

অশেষ বান্ধোনে দেখো
থৈছা মেৰাই
তেও প্ৰাণ উদাস আকুল।

কোন সুদূৰৰ পৰা
মাতিছা নীৰৱে
কৰিছা নিতৌ বিয়াকুল।

ভুৱা এই হাঁহি খেলা
ধূলিৰ ধেমালি
খন্তেকীয়া মৰতৰ প্ৰীতি।

যুগমীয়া বুলি এই
অথিৰ জীৱন
যতনেৰে ধৰিছোঁ সাৱটি।

আজুৰি পিজুৰি লৈ
জগতৰ বোজা
ভাৰ মোৰ কৰিলোঁ গধুৰ।

নেবাঢ়ে আগলৈ খোজ
ভাগৰত কঁপে
আছে আৰু আছে কত দূৰ।

নোৱাৰোঁ সহিব দেখো
দুখৰ দহন
বুকুৰ পাজৰি খঁহি যায়,

মৰণ এন্ধাৰে ভৰা
পৃথিৱীৰপৰা
নিয়া প্ৰভু! নিয়া আঁতৰাই।

সহিব নোৱাৰি এই
জীৱনৰ ভাৰ
সপি দিলোঁ তোমাৰ পাৱত।

বৰ শ্ৰান্ত প্ৰভু! মই
লোৱা তুলি মোক
দিয়া ঠাই চৰণ তলত।

---

# সাৰথি

তোমাৰ পৰশে মোৰ
মচি দিয়ে হিয়াৰ দীনতা
লক্ষ্য হীন জীৱনত
দিয়া নিতে শান্তিৰ বাৰতা।
নিৰাশাৰ হুমুনীয়া
বুকু ভাঙি আহিলে ওলাই
জনোৱা নীৰৱে তুমি
আছোঁ মই নাই যোৱা নাই।
গহীন এন্ধাৰ নিশা
ফুৰোঁ যদি বাট খেপিয়াই
বনৰ মালতী গোন্ধে
দিয়ে মোক বাট দেখুৱাই।
মলয় সুৰভি সানি
যোৱা তুমি আঁচল উৰাই
জনোৱা নীৰৱে সখী
আছোঁ মই নাই যোৱা নাই।

---

# অজান বাতৰি

ধীৰে ধীৰে আহি সন্ধিয়া এন্ধাৰে
ঢাকিলে ধৰাৰ পোহৰ ৰেখা,
দূৰ নীলিমৰ পূব আকাশত
শাৰদী জোনায়ে দিলেহি দেখা।
শতেক তৰাই দীপাৱলী মালা
গাঁথিলে নিশাৰ বাতৰি পাই,
দেউলত বাজে মধু মৃদঙ্গ
শুৱলা সুৰেৰে আৰতি গাই।
শেৱালি বনত উতলা পৱনে
বজালে প্ৰাণৰ নিসুতি বীণ
উৰিলে সজাৰ মুকলি পাখীটি
নজনা জনৰ বিচাৰি চিন।

---

# যাত্ৰা

মাৰ গ'ল বেলি সৌ পচিম দিশত
বৈ যায় জীৱনৰ সুঁতি
দেউলত বাজে শুনা পূৰবী ৰাগিণী
আৰতিৰ বন্দনাৰ গীতি
বৈ আছে নাৱৰীয়া ঘাটৰ পাৰত
এই বাৰ খেৱা হ'ব শেষ
যি আছে তোমাৰ হেৰা! লোৱা বান্ধি ছাটি
জীৱনৰ শেষ অৱশেষ।
পখী উলটিল চোৱা । বাঁহ মুৱা হৈ
বাটৰুৱা লৰে ঘৰলৈ
গধূলিৰ ভাগৰুৱা গৰু গৰখীয়া
গোহালিৰ কাষ পালেগৈ।
শূইনত জিলিকিল দুটি এটি তৰা
সন্ধিয়াৰ শীতল বাৱত
পাৰঘাট সুদা হ'ল সকলোটি গ'ল
পৰি ৰলা তুমিয়ে ঘাটত।
হোৱা নাই বন্ধা ছটা যদিহে তোমাৰ
জীৱনৰ পাৰৰ সমল
থাক পৰি, তেনে তুমি যোৱা সুদা হাতে
শেষ যাত্ৰা নকৰি বিফল।

---

# পৰ পাৰত

লক্ষ্য বিহীন জীৱন পাৰৰ
নিজান এন্ধাৰ পথ,
পথিক সমল হীন,
কৰিছে যাত্ৰা অজান বাটত,
অথিৰ কাতৰ দেহ,
তনু সকাতৰ ক্ষীণ।
নিবিড় এন্ধাৰ নিজম নিশাত
নাই পোহৰৰ লেশ,
ভীষণ নীৰল পথ,
উদাস হিয়া উদাস দুচকু
অধীৰ আকুল প্ৰাণ
নেজানে বিপথ পথ
মৰণ পাৰৰ শুকান বাটত
শুকায় বুকুৰ-তেজ,
নাই চেনেহ প্ৰীতি;
বুকুৰ মাজত পাথৰ বোজা
চকুৰ লোৰত ভাঁহে,
অথিৰ অবিৰ গতি।
নিৰাশাৰ বোজা ভাৰ বান্ধি লৈ
অজান অচিন বাট,
দিছে অকলৈ পাৰি
দূৰ শূইনত উচুপনি উঠে
শোকৰ বিননি এটি
ফুৰে শূইনত ঘূৰি।
এন্ধাব নিশাৰ ব্যাকুল পৱনে
অশৰীৰী গীত গাই,
কঁপাই কানন বন;

শূইনত কঁপে সকৰুণ গীতি
প্ৰতিধ্বনি উঠি তাৰ
শিয়ৰাই তোলে মন।
(আজি)কোনে দিব আহি মৰমৰ মাত
মৰম উপচি পৰা,
দেখি ই নিছলা বেশ;
(যেই) দয়ামায়াহীন আশ্ৰয় বিহীন
যমৰ যাতনা ভৰা
মৰণ পাৰৰ দেশ।
(আজি)নুশুন এযাৰো চেনেহত পমা
দুখ পতিয়ন কথা,
কোনেও নুবুজে বেথা,
জাৰত জহিবি জহত দহিবি
যাতনা সহিবি মাথোঁ
বুকুৰ মাজত গঁথা।
এতিয়াতো আৰু নহৱ মানুহ
তেজ মঙহৰে সজা
নিছলা আতমা ঐ;
মাটিৰ বুকুতে মানুহৰ সজা
তুলসী তলতে সৌ
এৰি থৈ গলি গৈ।
তোৰ চেনেহৰ বুকুৰ বঙহে
গোটা বাঁহ কাটি আনি
সাঙি বান্ধি লৈ গ'ল
শ্মশানত তোৰ শুৱনি শৰীৰ
চিতা অগনিত জ্বলি
পুৰি পুৰি ছাই হ'ল।
নিঠুৰ মৰণে চিঙি গ'ল হায়
জীৱনৰ সূতা ডালি
গুচিলি মানুহ তই

পৃথিৱীত একো নেথাকিল চিন
নামটিও দুদিনতে
পাহৰি পেলাব ঐ।
এই জোন বেলি আকাশ সুন্দৰ
সুখে দুখে ভৰপূৰ
ঘৰখনি মৰমৰ
ক'ত পৰি ৰ'ল শুৱনি সংসাৰ
প্ৰীতি চেনেহত পমা
পৰিয়াল হেঁপাহৰ।
প্ৰাণ বলি দিও নোৱাৰিলে দেখো
সাৰটি বুকুত লৈ
কোনেও ৰাখিব ধৰি
আশা এৰি দিলে প্ৰিয় পৰিজনে
লগ লব নোৱাৰিলে,
গ'ল সৰে ঘৰাঘৰি।
(মাথোঁ) তোৰেহে বুকুত জ্বলিছে অগনি
হিয়াত বাসনা জুই
দুগুণে পুৰিছে দেহা
দেহ শেষ হ'ল বাসনা নগ'ল
যাতনাহে সাখি ৰ'ল
(অভাগী) কিহৰ পাতিলি বেহা,
পিয়াহত বুকু ফাটি ছিটি যায়,
ভোকত কঁপিছে দেহা
খাবলৈ কিটো পাবি?
সুশীতল পানী নৈ ভৰি আছে
বাগৰি মৰিবি তাতে
খাবলই নোৱাৰিবি।
তই সকলো দেখিবি, সকলো শুনিবি
বুজিবি মানুহ চিত
(তোৰ) কোনেও নুশুনে কথা।

বুকু ভৰা তোৰ দুখৰ কাহিনী
হিয়াতে নিয়াৰি মাৰ
তোৰ কোনেও নুবুজে বেথা।
চেনেহ জৰীয়ে টানি টানি মাথোঁ
যাতনা দিব,
নমাই আনিব নৰকলৈ।
নোবাৰিবি তই উধাব অকণো
নিজৰ পিনে
যাতনা দুগুণে বাঢ়িব ঐ।
এইবাৰ তই নেচাবি উলটি
মায়া মুগুধ
উটাবি মৰণ ভেলা
দূৰ দূৰণিতে জিলিকিছে য'ত
শান্তিধাম
সুৰগ সুখৰ মেলা।

---

# বীণ

অ' মোৰ হেঁপাহৰ বীণ
জীৱন লগৰী মোৰ ঐ
নহবি অ' নহবি নীৰৱ
বাজি থাক চিৰকাললই।
দুখীয়াৰ অফুৰণ ধন
তোতে এই গঁথা আছে প্ৰাণ
তোৰ সুৰে অসীম পথত
দিব মোক পৰম সন্ধান।
তোকে লৈ হাঁহো কান্দো মই
তোকে লৈ দুখ পতিয়াওঁ
বলিয়াৰ বিননিৰ গীত
তোকে লৈ হেঁপাহেৰে গাওঁ।
অ' মোৰ চেনেহী বীণ।
তোৰ তাঁৰে তাঁৰে মই
গাই যাম মোৰ যত গীত
শুনাই থাকিবি তই
গধূলি দুপৰ পুৱা
পাতলাবি ভৰা মোৰ চিত।
থাকিব সকলো ঐ
এই জোন বেলি তৰা
এই দৰে উঠিব সদায়,
নেথাকো মাথোন মই
পৃথিৱীত চিৰ দিন
মৰণে নিবহি আঁতৰাই।
হিয়াৰ আবেগ যত
তোৰ তাঁৰতেই গঁথা
সুখ দুখ মিলনৰ প্ৰীতি
সুখৰ উলাহ গীত
বিষাদৰ হাহাকাৰ

জীৱনৰ অফুৰণ গীতি।
মৰাৰ পিছত মোৰ
দেহৰ সমাধি হলে
ময়ো জানো যাম শেষ হৈ
মোৰ জীৱনৰ এই
প্ৰতি অণু পৰমাণু
থাকিব ইয়াতে মিল গই।
আধা গোৱা গীতবোৰ
মোৰেই বুকুৰপৰা
বতাহৰ সোঁতত ভাঁহিব,
ছিগা তাঁৰতেই তোৰ
মোৰ এই গীতবোৰে
সুৰৰূপে জীৱন লভিব।
জীৱনৰ গীতবোৰ
নানান সুৰেৰে গঁঠা
নহলে নহব গোৱা শেষ,
প্ৰকৃতি বীণত গৈ
বাজিব অনন্ত কাল
ৰবগৈ তাৰ শেষ ৰেশ।।

---

# মৌন নিবেদন

সাগৰৰ ইপাৰৰ ঢৌ খলকনি
পায় গৈ সিপাৰৰ সীমা
বায়ু সাগৰৰ এটি অফুট স্পন্দন
ব্যাপি পৰে দিগন্ত নীলিমা।
এটি ভাব এটি কথা অথলে নেযায়
চোৱে গৈ চৰণ তোমাৰ
নেদেখা হাতেৰে দেৱ! বিশ্বৰ ভাৱন
কৰি দিয়া নীৰৱে বিচাৰ।
নিফুট হিয়াৰ কত কাতৰ মিনতি
ব্যথাতুৰ মৌন নিবেদন
বিন্ধা গৈ নাই জানো দুখনি পাৱত
বুকু জোবা বেথাৰ বেদন
ৰজা নাই জানো বাৰু বিশ্বৰ বীণত
সকৰুণ বিষাদৰ গীত
বাজিছে বীণত নিতে চিৰকাল ধৰি
একে সুৰে জীৱনৰ গীত
নাবাজে বীণত দেখো আৰু ভিন সুৰ
একে ডালি আছে ছিগা তাঁৰ
বাজিব অনন্ত কাল জীৰ্ণ বীণা মোৰ
পৰশিব চৰণ তোমাৰ।
তোমাৰে প্ৰসাদে যদি দুটি ওঁঠ ভৰি
ফুটি উঠে এটি হাঁহি ৰেখা
নেদেখা তোমাক মই চৰম চকুৰে
পাবা দেৱ পাবা তুমি দেখা।

---

# পুৱা

পূব আকাশত
সোণালী ৰথত
অৰুণে দিলেহি দেখা
দূৰ দূৰণিত
ধীৰে আঁতৰিল
এন্ধাৰৰ ক'লা ৰেখা
টোপনি মগন
বিশ্বৰ কোলাত
সজাগ বীণাটি বালে
কুলি কেতেকীয়ে
শুৱলা গীতেৰে
তোমাৰ আৰতি গালে।
শিতানত ফুলা
বকুল জুলিত
শুনিলোঁ বাঁহীৰ মাত
সাৰ পাই দেখোঁ
চন্দন সুবাস
আমোল মোলাই গাত।
তোমাৰ মালাৰ
পুষ্পৰ পৰাগে
সুৰভিত তনু মোৰ
তুমি নাই, আছে
তোমাৰ পৰশ
নন্দন অগৰুৰ।

# মিনতি

ব্যাকুল পৰাণ ঢালি
সপোনে সচিতে প্ৰভু!
পৰা নাই তোমাক মাতিব
নয়ন মানস মোৰ
তোমাৰ অসীম ৰূপে
পৰা নাই বুৰাই পেলাব।
হৃদয় বীণাত গঁথা
অভিনৱ আকুলতা
পৰা নাই উজাৰি শুনাব
পৰা নাই ওপচাই
প্ৰাণৰ আবেগ ঢালি
চকুলোৰে চৰণ ধুৱাব।
হিয়া ভৰা আকুলতা
দুচকুৰ কাতৰতা
পৰা হ'লে জনাব এবেলি
আহিলাহেঁতেন তুমি
অসীম সৌন্দৰ্য ঢালি
হৃদয়ৰ ৰুদ্ধদ্বাৰ খুলি।
যদিও হিয়াতে মোৰ
হে মোৰ অন্তৰতম!
চিৰদিন আছা হিয়া জুৰি
তথাপিও এটি বাৰ
তোমাৰ পৰম জ্যোতি
দেখা নাই দুটি চকু ভৰি।
ধিয়ান পাৰত পাতি
জীৱনৰ পূৰ্ণাহুতি
আশালৈ কম্পিত হিয়াৰে

খেণ লেখি পলে পলে
আকুল প্ৰাণেৰে মাথো
আছোঁ বৈ পৰম আশাৰে।
মুখৰ কণ্ঠৰ গীতি
যিদিনা নীৰৱ হ'ব
সেই দিনা দিবা নে সঁহাৰি?
উজ্জ্বল নয়ন জ্যোতি
যিদিনা নুমাই যাব
দেখা যেন দিয়া হিয়া জুৰি।

# বৰণ

পুৰতি সমীৰে আহি কুসুম পৰশে
নিৰলে ভাঙিলে মোৰ নিশাৰ সপোন
উঠা জাপা বনস্পতি! উঠা বনফুল!
কৈ গ'ল ধীৰে ধীৰে কঁপাই কানন।
গজি উঠে তৃণাঙ্কুৰ নীৰৱ ধৰাত
পখীয়ে মেলিলে চকু গাই সুখ গীত,
উঠা উঠা পূৰ বাসী চোৱাঁ চকু মেলি
চোৱাঁ সৌ পোহৰৰ ঢৌ পৃথিৱীত।
চোৱাঁ পূব তোৰণত উদয় সূৰ্যৰ
উজলিছে দীপ্তি ৰেখা অৰুণ সুন্দৰ
নিৰ্মল পবিত্ৰ ৰশ্মি শিখা আলোকৰ
বিছ মানৱৰ যেন আত্মা মনোহৰ।
কোন সুদূৰৰ পৰা সপোন পাৰৰ
আহিছে তোমাৰ সৌ মিলন বাতৰি,
অন্তৰ পুৰত কিনো পুলক আবেগ
উথলাই হিয়া পুৰী তুলিছে লহৰী।
কৰাহি বৰণ তুমি কৰাহি বৰণ
আহে সৌ হেম ৰথ পুৱা সমীৰত,
অমৃত অৰুণৰূপে দীপ্ত মনোহৰ
মোহন অতিথি চোৱাঁ কুটিৰ দ্বাৰত।

---

# অভিসাৰ

জোনালী নিশাৰ
মৃদুল মলয়া বৈ
তোমাৰ বাতৰি
কাণে কাণে গ'ল কৈ।
অভিসাৰ তব
আকুলিত সমীৰত
জোনাক ৰূপালী
সানি লৈ বয়ানত।
বকুল তলেৰে
তোমাৰ চৰণ ধ্বনি
শুনিলোঁ মধুৰ
নূপুৰৰ ৰিণি জিনি।
মদিৰ সমীৰ
তোমাৰ সুৰভি শ্বাসে
আকুলিত বন
তোমাৰে মধু পৰশে।
শিঁয়ৰে প্ৰকৃতি
অধীৰ উতলা বায়
তলা ধৰণী
চৰণ পৰশ পায়।
আজি হিয়া জুৰি
অমিয়াৰ শত ধাৰে
অজানা পুলক
ঢালি দিছা আঁৰে আঁৰে।

---

# সন্ধিয়াৰ বন্তি

সাঁজৰ বন্তি সাগৰ বুকুত
ধীৰে নামিলে আঁউসী এন্ধাৰ
চকুত নামিলে আঁউসী এন্ধাৰ
মজিয়া এন্ধাৰ হ'ল।
এইবাৰ তুমি জ্বলোৱা চাকিটি
আলোকি এন্ধাৰ ঘৰ,
চকুৰ কোণত উপচি পৰিছে
ক'লা মেঘ বিষাদৰ।
দিনৰ লগতে সকলো আঁতৰি
গ'ল দিহা দিহি এৰি
এন্ধাৰ ঘৰৰ মজিয়াত মই
থাকিলোঁ অকলে পৰি।
উথলি উঠিছে বুকুৰ কলিজা
বেজাৰৰ গুৰু ভাৰে,
উপচি পৰিছে দুই চকু ভৰি
বেথাৰ চকুলো ধাৰে।
জ্বলোৱাহি সখা! চাকিটি তোমাৰ
পোহৰোৱা ভগা ঘৰ,
ইবাৰ তোমাক চিনিছোঁ বন্ধু
চিনিছোঁ আপোন পৰ।
জ্বলোৱা তোমাৰ অৰূপ মাধুৰী
চাই লওঁ চকু ভৰি,
এন্ধাৰ কুটীৰ উজলাই তুমি
থাকিবা হৃদয় জুৰি।

---

# সন্ধিয়া বিদায়

সন্ধিয়াৰ বেলিটিয়ে
মেলানি মাগিলে হাঁহি,
“থাকা সখি মাগিলো বিদায়”
সাদৰি নিশাই আহি
আদৰি নিলেহি ধীৰে
চোঁৱৰ বুলালে মলয়াই।
মিচিকি হাঁহিটি মাৰি
লুকালে মুখনি ধীৰে,
নৈত পৰি চৰালে ৰহণ,
বেলিয়ে গধূলিলৈ
ফাঁকুৱা খেলিলে ঐ
মেঘে মেঘে বোলালে বৰণ।
দূৰণিৰ পখী জাকি
উৰি গ'ল ৰিঙিয়াই—
“বেগতে আহিব সখি ঐ”
“পলম নকৰিবা হেৰা
বেগতে আহিবা লৰি
সিপাৰে থাকিম গৈ বৈ।”
কেতেকী ফুলৰ পাহি
মেলিলে সঁফুৰা চোৰাঁ
পছোৱাই লুটি লৈ গ'ল,
পদুম ফুলৰ পাহি
লেৰেলি শুকাই গ'ল
দুচকুৰ লোৰ পৰি ৰ'ল।

---

# কোন তুমি ?

নিজম নিশাত সুপ্ত ত্ৰিভুবন,
এন্ধাৰ ভৰা নগৰ উপবন,
কোন ছলেৰে চকুৰ নিদ্ৰা হৰি
থোৱাঁ তুমি ক'তনো গুপুত কৰি,
ধৰা কিনো স্বৰগ বীণাৰ গান
মধু মুৰলীৰ মৌ বৰষা তান,
আকুল বিশ্ব আকুল মন প্ৰাণ।
নিজান কুটীৰ নিৰল শয়ান,
শ্ৰান্তি আকুল অৱশ পৰাণ।
(তুমি) কোন ত্ৰিদিবৰ আসন এৰি থৈ
আহা নিতে মোৰ শূন্যপুৰীলৈ।
বজোৱা বেণু বিশ্ব বিমোহন
গোপন বাদক!
কৈ যোৱা তুমি কোন?
ঊৰ্দ্ধ নয়ন কোন অৰূপত ভোল
অগৰু ধূপে কুটীৰ আমোল মোল।
অজান পৰশে মৌন বীণত মোৰ
বাজি উঠে ললিত মধুৰ সুৰ।
পুলকি উঠেহি তোমাৰ পৰশন
অচিন পাৱৰ নূপুৰ ধ্বনি সতে
কোন সুদূৰৰ মধুৰ আৱাহন।
অমিয়া ধাৰা ঢালাহি আঁৰে আঁৰে
শীতল কৰি অৱশ তনু মন,
গোপন চাৰি!
তুমি কোন? তুমি কোন?

# স্মৃতি

পুৰণি কাকতখনি
মোৰ যোৱা আখৰ কিটিত
পাহৰা ভাৱনা কিনো
তুলিলেহি জগাই স্মৃতিত।
আছিল সঁচানে বাৰু
তোৰো এটি এনে হেন দিন,
আজি তাৰ পাবি জ্ঞানো
ক'ৰবাত এটি মানো চিন?
সিদিনাও হাঁহিছিলে
এইদৰে জোনে আকাশত,
শুৱনি ধৰণীখনি
হাঁহিছিলে উলাহ ৰঙত।
ফুলনি শুৱাই তই
ফুৰিছিলি লাহ বিলাহত,
মধুৰ সৌৰভে মন
মুহিছিলি বহু নিলগত।
হিয়াখনি তোৰো বাৰু
আছিলেনে মৌ ৰসে ভৰা,
নাচি বাগি জগতত
ঢালিছিলি প্ৰেমৰ নিজৰা?
আছিলিনে বাৰু হায়
তয়ো এটি ধন হেঁপাহৰ,
ব্যাকুল বাসনা দেহি
কোনো এটি নজনা জনৰ?
আজি দেখো চিন চাব
নেপাওঁ বিচাৰি একো তাৰ,
আঁতৰা! আঁতৰি যোৱা
নোপোৱা একোকে চিন তাৰ।

সপোন বাতৰি সিটি
সপোনতে লীন হৈ গ'ল,
দেখা নেদেখাৰ দৰে
মাথোঁ এটি চিন ৰৈ গ'ল।

---

# বাটকৰা

ক'ৰ বাটকৰা তই?
কি গীত গালিহি,
কি সুৰ তুলিলি,
বলি এধা গোবাকৈ।
বিৰিখে পেলালে কুঁহি,
বিলৰ পাৰৰ
বিৰিণা বননি
গীতেৰে পেলালি মুহি।
বলিলে বহাগী বা,
কুলিৰ মাতত
কেতেকী গীতত
উটাই লাহতী গা।
লুইতো উজাই ব'লে,
পাতৰ আঁৰত
নিমাতি পখীটি
সুঁৰৰি গীতটি গালে।
কি গীত গালিহি ঔ
কৰে বাটকৰা তই।

---

# কেতেকী

কোন স্বৰগৰ দেৱ দূতী ঐ আহিলি,
শুৱলা গীতেৰে সুৱদি গীতটি শুনালি।
কাকনো বিচাৰি ফুৰিছ বনাই
পাহৰা গীতটি গালিহি দুনাই,
কিয় আজি তই নুশুনা সুৰৰ
আবেগৰ গীত গালিহি।
কোন সুদূৰৰ সোণালী সপোন
কোন অমৰাৰ পাৰিজাত গোন্ধ
শুকান বননি আমোলাই আজি
কুসুম সুবাস বিলালি।
ডাৱৰৰ সতে আকাশী পথত
বননি কঁপোৱা বহাগী বাৱত
বিৰহী চিতৰ আকুল সুৰত
গীতৰ মাধুৰী বোৱালি।
তোৰ জানো কোনো নাই লগৰীয়া,
তই জানো তেনে অকলশৰীয়া,
বিহুৰ লগতে আকাশে আকাশে
তোৰ গীত ভাহি আহে,
পুৱতিৰ মৃদু জুৰণি বাৱত
সন্ধিয়া পৰৰ আকুল সুৰত
দুপৰ নিশাৰ নিজাৰ পৰত
করুণ ৰাগিণী ভাহে।
কিহৰ পিয়াহ তোৰে নো বুকত
কিহৰ কিননি তোৰেনো সুৰত
যুগে যুগে যাক বিচাৰি ফুৰিছ
পাবিনে বিচাৰি তাক?
যদি পাৱ তই গা চিৰকাল
যায় যদি যাক ইকাল সিকাল,
নিদিওঁ নিদিওঁ হাক।

# জনম ভূমি

মেলিলোঁ প্ৰথম চকু
তোমাৰ কোলাতে আই
জনমৰ আদিম পুৱাত,

মুদিম আকৌ চকু
তোমাৰ কোলাতেই শুই
জীৱনৰ শেষ সন্ধিয়াত।

মৰাৰ পিছতো যেন
পাওঁহি আকৌ ঠাই
চেনেহৰ শীতলী কোলাত,

ভাগৰুৱা আতমাই
শেষৰ জিৰণি লৈ
জিৰাবহি তোমাৰ ছাঁয়াত।

পখী হৈ আকাশৰ
বুকুত ফুৰিম উৰি
বাঁহ লম ওখ বিৰিখত,

পুৱতিৰ লগে লগে
জগাম তোমাক নিতে
বনৰীয়া সুৱদি গীতত।
আকাশৰ তৰা হৈ
ৰ' লাগি চাই ৰম
সেউজীয়া শুৱনি জেউতি,

জোনাকত মিল হৈ
বিমান পথত বৈ
ওৰে ৰাতি কৰিম আৰতি

হিমালয় পৰ্ব্বতৰ
শুকুলা টিঙত গৈ
ফুলি ৰম মানসী বিলত,

মলয়াৰ চোঁৱৰত
পাৰিজাত ৰেণু সানি
ঢুলাম তোমাৰ চৰণত।

নদী হৈ পখালিম
দুখানি চৰণ নিতে
মাটি হৈ মিলিম বুকুত।

সোণোৱালী মেঘ হৈ
ৰঙা হাঁহি বিৰিঙাম
শেঁতা পৰা দুখনি ওঁঠত।
তোমাৰ ই ধূলি বালি
তোমাৰ আকাশ বায়ু
আই মোৰ স্বৰগত বাস,

তুমি মোৰ মৰতৰ
পুণ্য মুকুতিৰ ভূমি
তুমি মোৰ তীৰ্থৰ প্ৰভাস।

অ' মোৰ চেনেহী দেশ
তোমাৰ দুখীয়া পঁজা
ৰচা তাত শান্তিৰ স্বৰগ,

ক'ত পাম এনে প্ৰীতি
সৰল প্ৰাণৰ ভাষা
সেৱাৰ মহিমাময় ত্যাগ।

দুখীয়াৰ ভঙা পঁজা,
একোখনি তীৰ্থ তাত
একোখনি পুনৰ আশ্ৰম,

মৰিলে পুনৰ আহি
দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম।

---

# পূর্ণিমা

কোন স্বৰগৰ তুমি সৌন্দৰ্যৰ ৰাণী
সাৰদৰ পূর্ণিমা সুন্দৰী?
ঢালিছা ৰূপৰ ঢল মৰত বুকুত
অমিয়াৰ তুলিছা লহৰী।
বিৰিখে লতাই সানি ৰূপালী ৰহণ
আকাশত নাচিছে তৰাই,
পাতিছা মোহন মেলা তুমি ধৰণীত
উছৱৰ মুৰলী বজাই।
তুমি মোৰ দীঘলীয়া এন্ধাৰ নিশাৰ
মৌ সনা জোনাকী লগৰী,
তোমাৰ মোহন ৰূপ দেখিলে সাদৰী
যাওঁ যেন নিজকে পাহৰি।
তোমাৰ জোনাক ধাৰা আঁজলি ভৰাই
ঢালি দিছা শৰীৰ জুৰাই,
উজাগৰে ওৰে ৰাতি আকাশী পথত
অমিয়াৰ নিজৰা বিলাই।
বিনিদ্ৰ ৰজনী কত কটাওঁ তোমাৰে,
কথা পাতি তোমাৰ লগত,
প্ৰিয় সখি দৰে তুমি শীতলী পৰশ
সানি দিয়া চুমা পৰশত।
ল'ৰালিৰ যৌৱনৰ চিৰ লগৰীয়া
কত খেলা দেখিলোঁ নিৰলে,
প্ৰাণৰ বাতৰি কত স্মৃতিৰ লালিমা
জানা মাথো তুমিয়ে অকলে।
কত দিন চোতালত তোমাৰ লগত
পাতিছিলোঁ কত মোৰ কথা,
তোমাৰ শুৱনি মুখ দেখিলে হিয়াত
জাগি উঠে পাহৰণ বেথা।

স্বৰ্গৰ উৰ্বশী তুমি অনন্ত যৌৱনা
আছা সেই একেই ৰূপত,
ক'ত ৰূপান্তৰ হ'ল তোমাৰ আগত
জন্ম মৃত্যু অলেখ অযুত।
হাঁহিছা মোহন হাঁহি দূৰ নীলিমাত
স্বৰগৰ মাধুৰী বিলাই,
শতেক হিয়াৰ পাই ভাৱৰ সঙ্কেত
নিৰলে হাঁহিছা মিচিকাই।

---

# পুতলী

## (শোকৰ কবিতা)

আছা নে সুখেৰে মোৰ প্ৰাণৰ পুতলী
সিপুৰীৰ অজান দেশত,
নাই য'ত জৰা মৃত্যু ৰোগৰ যাতনা
দেৱতাৰ অমৰা পুৰত,
পাৰিজাত ফুলে য'ত নন্দন শুৱাই
উপচি তলত থাকে সৰি,
দেৱ শিশু লগ লৈ ফুৰা নে উমলি
বোটলা নে ফুল কোঁচ ভৰি?
ধেমালি সামৰি থৈ সন্ধিয়া পৰত
যোৱা তুমি কাৰ কাষলৈ,
ধূলি বালি মচি কোনে মোৰ দৰে বাৰু
বুকুত সাৱটি তুলি লয়?
আমন জিমনকৈ এচুকত বহি
থাকা নেকি অকলে উচুপি,
নাইবা কোনোবা আহি চেনেহ আঁচলে
মচি দিয়ে চকুপানী টুপি?
নহয়, তোমাক আহি বিশ্ব জননীয়ে
সাদৰেৰে লয়হি কোলাত,
দেৱবালা গণে লয় কোলাত সাৱটি
মোহ গৈ লাৱণী মাতত
পৰম পিতাৰ চিৰ শান্তিৰ কোলাত
তুমি পোণা! পাইছা নে ঠাই,
ললিত কিন্নৰ কণ্ঠে প্ৰভুৰ বন্দনা
শুনোৱা নে তুমি নিতে গাই?
পাঁচ বছৰতে তুমি শুৱলা গীতেৰে
মুহি গলা জনমভূমিক
যি গীতত মোহ গৈ অমৰ বাসীয়ে
লৈ গ'ল সাদৰি তোমাক।

কৰিছা নন্দিত নেকি দেৱতা সমাজ
মধুময় গীতৰ সুৰত,
ফুলিছা নন্দন বন কৰি সুশোভিত
দেৱ সঙ্গ লভিছা স্বৰ্গত ?
চিৰ বসন্তৰ সেই জ্যোতির্ময় দেশ
আনন্দৰ পুণ্য তপোবন
জৰা মৃত্যু নাই তাত শান্তিৰ আলয়
দেৱতাৰ অমৰা ভৱন।
পাইছা নে শান্তি পোণা। সেই ঠাইত গৈ
কিবা দুঃখ আছে নে মনত
কান্দা নেকি কেতিয়াবা অতীত সুঁৱৰি
অভাগীৰ বিচ্ছেদ শোকত ?
নেকান্দিবা বাছা মোৰ থাকিবা ৰঙেৰে
তুমি মই নহওঁ আঁতৰ,
দুদিনৰ কাম মোৰ কৰি সমাপন
পামগৈ তোমাৰ ওচৰ।
যিদিনাই আঁতৰিলা হিয়া সুদা কৰি
ই দেশৰ পাহৰি মৰম,
ভগা হিয়া ভগা দেহ ভাৰ বৈ লৈ
আছে মাথোঁ দেহত জীৱন।
শুৱনি মুখৰ ছবি আছে আঁকি থোৱা
অন্তৰৰ অন্তেষপুৰত,
নিজম নিশাত মোৰ শোক শয়নত
দুয়ো মিলোঁ কল্পনা-পুৰত।
চুমা খাওঁ কত বাৰ শুৱনি মুখত
চেনেহেৰে বুকুত সাবটোঁ,
আমাৰ মিলন আৰু কোনেও নেদেখে
ৰং মনে ক'ত কথা পাতোঁ।
খন্তেক আজৰি পালে সপোন যোগেৰে
দিবা দেখা সাদৰি সোণাই,
দিনৰ সকলো দুঃখ অসীম বেদনা
পাহৰিম স্মৃতি কণি লৈ।

গোট কৰি পাত লতা সৰু সুৰাকৈ
সাজি থবা এটি পঁজাঘৰ,
খন্তেকীয়া জীৱনৰ কৰ্তব্য সামৰি
পামগৈ তোমাৰ ওচৰ।
আঙুলি মূৰত তুমি দিন লেখি লেখি
বাটলৈ একো বেলি চাবা;
সময় আহিলে মোৰ অচিনাকি বাট
তুমি আহি নিজে লৈ যাবা।
সকলোটি একেলগে মিলিম সি ঠাইত
বান্ধি লৈ মিলন মন্দিৰ,
তৃষিত আতমা মোৰ জুৰাব তাতেই
শীতলিব তাপিত অন্তৰ।
বৰ লোভনীয় মোৰ সেই ঠাইখনি
জীৱনৰ শান্তি নিকেতন
মৰতৰ সুখ-স্বপ্ন মিলন নিজৰা
আকাঙ্ক্ষিত অমৃত ভৱন।
আলহী ঘৰত তুমি ভুমুকিটি মাৰি
জীৱনৰ খেলা সামৰিলা,
অমৰা পুৰৰ বাসী অমৰ সঙ্গত
পাতিলা অনন্ত মহামেলা।
দুখ জীৰ্ণ জীৱনৰ সেয়ে শান্তি মোৰ
তুমি আছা সুখ আনন্দত,
নহলে নোৱাৰোঁ বব জীৱনৰ ভাৰ
তুমি হীন শূন্য জগতত।
তুমি পুত পুষ্প ৰেণু পৰম সুন্দৰ
আছা গৈ অমিয়া পুৰত,
এটি ক্ষুদ্ৰ চিৰ দৃপ্ত আনন্দ স্বৰূপ
লীন হলা চিণ্ময় ৰূপত।
সকলোৰে অংশ আমি সেই অৰূপৰ
বাসনাত ভোগোঁ কৰ্মফল,
সংসাৰ মিলন প্ৰাণ আছে বহুদিন
পাবলৈ আনন্দ বিমল।

দুদিনৰ এৰা এৰি মানৱ দেহাৰ
আতমাৰ অনন্ত সংযোগ
মিলন সূতাৰে গঁথা যুগ যুগান্তৰ
খণ্ডেকীয়া মিলন বিয়োগ।
অনন্ত দহনে মোৰ শুদ্ধ হোক প্ৰাণ
প্ৰেমে মোৰ হিয়া পোহৰাব,
ছিগি যাব জীৱনৰ শতেক বান্ধোন
মূৰ্ত্ত প্ৰেমে এন্ধাৰ নাশিব।

---

# তুমি

অতৃপ্ত প্ৰাণৰ তুমি আকাঙ্ক্ষা মধুৰ
অপাৰ্থিৱ জীৱনৰ চিৰ হাবিয়াস।
বিশ্বৰ বাহিৰে সজা কল্পনা পুৰৰ
দুখৰ প্ৰাচীৰে ঘেৰা মানস ৰাজ্যৰ—
ভোগ তৃষাহীন সেই অমিয়া পুৰৰ
চিৰ লক্ষ্য মাথোঁ তুমি অনন্ত-সুন্দৰ।
বাসনাৰ হীন গোন্ধ নপশে সি ঠাই
বেথাৰ চকুলো ধাৰে আমোল মোলায়।
নহয়, কলুষ ম্লান স্বাৰ্থ—গোন্ধঢলা
বেথাৰে পখালি থো পাৰিজাত মালা।
পায় মাথোঁ সি পুৰত অমৃতৰ ঠাই
তাত মাথোঁ তুমি, তুমি, মই নাই নাই।
স্বৰগৰ মৰতৰ মধুৰ মিলন
বিশ্বৰ বাহিৰ সিটি অচ্ছেদ বান্ধোন।

---

# কিনো গাম

কিনো গাম গীত মোৰ
আজি এই উৎসৱ ক্ষণত,
বন্ধা প্ৰাণ বীণখনি
বিষাদৰ কৰুণ সুৰত,
নেবাজে উৎসৱ গীতি
আনন্দৰ নুঠে শিহৰণ
নজগায় প্ৰাণে প্ৰাণে
জীৱনৰ উতলা স্পন্দন।
নুফুটে বীণত আজি
বসন্তৰ গুঞ্জন মধুৰ
শৰতৰ জোনাকৰ
দুৰণিৰ মোহ লগা সুৰ।
সকৰুণ সুৰ এটি
বাজে মাথোঁ বাজে দিনে ৰাতি,
আকুল উদাসী সুৰে
ফুটে তাত মাথোঁ এটি গীতি।
বীণৰ কৰুণ সুৰে
অতীতৰ স্মৃতি সোঁৱৰাব,
বুকুৰ তলিৰ পৰা
হুমুনিয়া আজুৰি আনিব।
পাহৰা বেথাৰ কথা
বুকু জুৰি উঠলি উঠিব,
শুকুলা চকুলো ধাৰি
দুগালেৰে বাগৰি পৰিব।
কৰুণ বীণৰ গীতি
গঁথা থাক তাঁৰতে বীণৰ,
নেলাগে বাজিব আজি
উৎসৱৰ মধু লগনত।

# সত্য পথিক

কোনে কলে তুমি
বিপুল বিশ্বত
মিছাতে জনম ধৰিলা আহি
মহাসাগৰৰ
সৰু ঢৌ এটি
ঢৌৰ লগতে যাবাগৈ ভাঁহি।
সৰু বুলি তুমি
নিজকে নিজেই
বিশ্বৰ আগত নহবা হীন,
তোমাৰ পিছত
কোনে জানে বাৰু
নেথাকিব বুলি তোমাৰ চিন।
বিপুল শকতি
হিয়াত তোমাৰ
বাহুত তোমাৰ অসীম বল,
ৰুদ্ধ হিয়াত
গুমৰি মৰিছে
মহা প্ৰৱাহৰ অসীম ঢল।
চোৱা চকু মেলি
দূৰ দূৰলৈ
সমুখত সৌ বহল বাট,
নিজক পাহৰি
হুঁহকি নাহিবা
শুনি কাৰোবাৰ আকুল মাত।
শত অৱহেলা
শতেক যাতনা
তুচ্ছ কৰিবা নীৰৱে তুমি,
দলিব তোমাক
নিষ্ঠুৰ ভাৱে

যাবা তুমি তাক নীৰৱে ক্ষমি।
সাধনা তোমাৰ
নহয় ব্যৰ্থ
কৰ্ম তোমাৰ নহয় ক্ষয়,
প্ৰতি নিমেষৰ
কৰ্মৰ ফল
সঞ্চিত থাকে অসীমলৈ।
তোমাৰ হাঁহিত
জগতে হাঁহিব
চন্দ্ৰ তৰায়ো উলাহ পাব,
সৰিলে তোমাৰ
চকুপানী টুপি
ভাবিছা নে তুমি অথলে যাব?
সত্য যে তুমি
শাশ্বত তুমি
কিহৰ মৃত্যু কিহৰ ভয়।
পিছলৈ ঘূৰি
নেচাবা উলটি
যোৱা আগবাঢ়ি সমুখলৈ।

---

# শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ একাষাৰ ঃ

* * * সংসাৰৰ শোক-তাপ, সংসাৰৰ সুখ-সম্ভোগৰ দৰেই দুদিনীয়া; তাৰ অন্তত কোনো অজ্ঞাত জগতত, কোনো অজ্ঞাত ভৱিষ্যত আৰু কোনো অজ্ঞেয় পুৰুষৰ ওচৰত শান্তি আৰু সুখ দেদীপ্যমান হৈ আছে; লেখিকাৰ এই প্ৰগাঢ় বিশ্বাস আৰু প্ৰাঞ্জল আশাই অনেকৰ দুঃখক্লিষ্ট প্ৰাণত সান্ত্বনা দিব পাৰিব। আতুৰ আকাঙ্ক্ষা লৈ তাপিত প্ৰাণে আকুল হৈ বিচাৰি ফুৰে—

'অ' মোৰ পৰম প্ৰিয়,
তুমি ক'ত, তুমি ক'ত, ক'ত?'

আৰু পৰক্ষণতে যেন সাৰ পাই দেখা পায়—

'জীৱনৰ প্ৰতি পাতে পাতে
অঁকা তযু চৰণৰ ৰেখা।'

তথাপিতো—

'অন্তৰ বিদৰি নিতে
উঠে হাহাকাৰ বিৰহৰ—
আছা তুমি, আছা তুমি ক'ত?'

আৰু চিৰন্তন প্ৰশ্ন লৈ মন আকুল হয়—

'মানুহৰ জীৱনৰ
পূৰ্ণতাৰ তৃপিতি কিহত,
কিনো বাৰু পাবলৈ বিচাৰে?
চিৰ মৰু অন্তৰৰ
বাসনাৰ তপত বালিক,
কিহেনো তিয়াব বাৰু পাৰে?'

এই সকলোবিলাক আশা আৰু নিৰাশাৰ, সংশয় আৰু শোকৰ শেষ সমিধান হয়গৈ সেইদিনা, যিদিনা হ'ব—

'তোমাৰ লগত মোৰ অনন্ত মিলন';

যিদিনা—

'তুমি জ্যোতি মই ৰেণু
হে অৰূপ, ৰূপৰ আলয়,
অণু-ৰূপে অনাদিত
তোমাতেই লীন হ'মগৈ।'

শোক-তাপত মথিত হৈ মানুহৰ অন্তৰত সংশয় আৰু বিশ্বাসৰ, আশা আৰু নিৰাশাৰ যি দ্বন্দ্ব উত্থিত হয়, লেখিকায়ো সেই দ্বন্দ্বৰ সকলো বিষাদ আৰু সকলো ক্লেশ নীৰবে সহন কৰি এক শোক-তাপ-হীন শান্তি-নিলয়ত উপনীত হব পাৰিছে। সেই অজ্ঞেয় পুৰুষৰ ওপৰত একান্ত নিৰ্ভৰ দি ক'ব পাৰিছে—

'হিয়া যদি নিৰাশাৰ হয় মৰুভূমি,
শান্তিবাণী নীৰবে শুনাবা।
ভাগৰত ভগা হিয়া ভাগৰি পৰিলে
তুমি মোক সাবটি ধৰিবা।'

এই প্ৰাৰ্থনাত অবিশ্বাসৰ স্থান নাই; ইয়াত সংশয়ৰ যন্ত্ৰণা নাই। পিতাৰ প্ৰতি কন্যাৰ আবদাৰৰ দৰে ই অতি সৰল আৰু সহৃদয়।

জীৱজগতৰ নানাবিধ অনুভূতি ভাষাত প্ৰকাশ হ'লে সাহিত্য হয়। সাহিত্য অনুভূতিৰ প্ৰকাশ, ভাষাৰ সহায়েৰে। ব্যাখ্যা-বিশ্লেষণ কৰিব নোৱাৰা অথচ অন্তৰে বুজিব পৰা অনুভূতিৰ সুস্থ প্ৰকাশককে কবিতা নাম দিব পাৰি। প্ৰতিটো কবিতাতে লেখিকাৰ অনুভূতিৰ কোমলতা আৰু সেই অনুভূতিৰ মনোৰম প্ৰকাশ ভালকৈ বুজিব পৰা যায়।

পুত্ৰ শোকাতুৰা জননীৰ এই ভাব কেনে কোমল আৰু মৰ্মস্পৰ্শী—

'ধেমালি সামৰি থৈ সন্ধিয়া পৰত,
যোৱা তুমি কাৰ কাষলৈ?
ধূলি বালি মচি কোনে মোৰ দৰে বাৰু
বুকুত সাবটি তুলি লয়?'

এনে নিদাৰুণ শোকৰ মাজতো কিন্তু লেখিকাৰ বিশ্বাস আৰু আশাৰ অন্ত নাই—

'আঙুলি মূৰত তুমি দিন লেখি লেখি,
বাটলৈ একো বেলি চাবা
সময় আহিলে মোৰ, অচিনাকি বাট
তুমি আহি নিজে লৈ যাবা।'

যি অনাদি-অনন্ত-অজ্ঞেয় পুৰুষৰ ওচৰত লেখিকাই তেওঁৰ অন্তৰৰ সকলো শ্ৰদ্ধা আৰু বিশ্বাস এইদৰে নিবেদন কৰিছে, সেই পুৰুষৰ পৰা তেওঁ শান্তি লাভ কৰক— এই কামনা।

**ৰজনী কান্ত বৰদলৈয়ে লিখিছে ঃ**

শ্ৰীমান নবীনচন্দ্ৰ বৰদলৈৰ প্ৰথমা কন্যা শ্ৰীমতী নলিনী বালা দেৱীৰ ৰচা এই ৪০টা কবিতাৰ "সন্ধিয়াৰ সুৰ" নামৰ কবিতা পুথিখন হাতে লিখা অৱস্থাত পঢ়ি মই বৰ ভাল পালোঁ। প্ৰত্যেকটো কবিতাই আধ্যাত্মিক ভাবেৰে ভৰপূৰ। আইটীয়ে সেই অজানজনক, চিৰ সুন্দৰজনক বিচাৰি নিজৰ হিয়াৰ আবেগ ব্যথা পৰিপূৰ্ণ জীৱনৰ দুঃখ জনাই শান্তি বিচাৰিছে। "তুমি হেনো তাপিতক দিয়া শান্তি, প্ৰাণ শীতল কৰা" এনেকুৱা সন্দেহজনক উক্তিৰে নিজৰ হিয়াৰ আবেগ দুগুণে জনাই কবিতাৰ ভাব আৰু সৌন্দৰ্য্য বঢ়াইছে।

প্ৰত্যেকটি কবিতাৰ ভাব, ভাষা অতি ওখ ধৰণৰ। ঠায়ে ঠায়ে নিৰস বেদান্তৰ ভাব থাকিলেও তাত এটা সকৰুণ আকুল বাসনা-স্তুতি ফুটি ওলাইছে ঃ

"জগতৰ প্ৰতি ৰেণু মাজে—
আছা তুমি জানো ভালকৈয়ে,
তথাপি তথাপি মোৰ—
হিয়া ভৰা আকুল বাসনা
বিয়পিছে তোমাৰ কাষলে।"

নিৰস বেদান্ত সৰল স্তুতিৰ সংযোগে কবিতাটি সুন্দৰ কৰি তুলিছে। গোটেই ৪০টি কবিতা একে লেঠাৰিকৈ পঢ়ি শেষ কৰিলে মনত বোধহয় যেন আইটীয়ে এধাৰি অতি সুন্দৰ, ধুনীয়া, সুগন্ধি ফুলেৰে স্তৱমালা— সেই চিৰ সুন্দৰ তাপিত প্ৰাণ শীতল কৰা, প্ৰেমময়, শান্তিময় বিভুৰ চৰণত দিবলৈহে গাঁথিছে। আমাৰ দেশত এতিয়ালৈকে মহিলাসকলে লেখা পুথি দুখনি-তিনিখনিত বাজে আৰু ওলোৱা নাই। আজি আমাৰ দেশৰ আইটীজনাৰ ৰচা এনেকুৱা ভাৱপূৰ্ণ, ওখ ধৰণৰ কবিতা পুথিখনি পঢ়িবলৈ পাই বৰ আনন্দ পাইছোঁ।— মোৰ ধ্ৰুৱ বিশ্বাস আমাৰ সাহিত্য সম্পদ বাঢ়িব।"

---

# সন্ধিয়াৰ সুৰ

শৈলধৰ ৰাজখোৱা

আৱাহন, ১৯২৮ চন

কোনে গাঁথি গ'ল সুৰভি কুসুমে
সন্ধিয়া সুৰৰ মালিকা
কোন দেৱতাৰ চৰণ ধুৱাই
প্ৰাণ ঢালি দিলা গায়িকা।

নাৰী নে জননী দেবী নে মানৱী
কিংবা কায়াহীনা ছায়াময়ী ছবি
অথবা কোনোবা চিৰ বিৰহিনী
অলকা বাসিনী প্ৰেমিকা।

যদি তুমি নাৰী তোমাৰ সুৰত
যমুনা উজাই বব
যদি তুমি মাতৃ তোমাৰ পুতলী
ভুবন বিয়পি ৰ'ব।

যদি তুমি নাৰী চিৰ বিৰহিনী
বিচাৰি ফুৰিছা নয়নৰ মণি
ত্ৰিভুবন ভেদি সঙ্গীতে তোমাৰ
আপোন বিচাৰি পাব।

---